প্ৰকাশ কৰে ভাষাই সেই বিষয়ত পৰিপাক লাভ কৰে। এই দিশত আমাৰ অসমীয়া ভাষাত পাঠ্যপুথি লিখাৰ বাহিৰে উল্লেখযোগ্য প্ৰচেষ্টা এতিয়ালৈকে হোৱা নাই। বিজ্ঞান সমাজৰ মুখপত্ৰ 'বিজ্ঞান-জেউতি' আৰু প্ৰকাশন পৰিষদৰ দ্বাৰা প্ৰকাশিত দুই-চাৰিখন গ্ৰন্থতে এই প্ৰচেষ্টা এতিয়ালৈকে সীমাবদ্ধ। অসমীয়া ভাষাক যদি সকলো বিষয়তে পাৰ্গত কৰি তুলিব লাগে তেনেহলে আমাৰ বিজ্ঞানী আৰু পণ্ডিতসকলে ইংৰাজীৰ মোহ এৰি অসমীয়াতে লিখিবলৈ আৰম্ভ কৰিব লাগিব। কেৱল অসমীয়াৰে নহয় ভাৰতীয় সাহিত্যৰে এইটো ডাঙৰ দুৰ্ভাগ্য যে আমাৰ কৃতবিদ্য মনীষীসকলে যি লিখিলে ইংৰাজীতে লিখি গল। ডাঃ ৰাধাকৃষ্ণনে তেলেগুত লিখা নাই, জৱাহৰলাল নেহৰুৱে হিন্দী বা উৰ্দ্দুত লিখাৰ প্ৰয়োজন অনুভৱ নকৰিলে। ৰমণে তামিল ভাষাত কিমান কি লিখিলে? একমাত্ৰ মহাত্মা গান্ধী এই বিষয়ত ব্যতিক্ৰম। গান্ধীজীয়ে তেখেতৰ প্ৰায় গ্ৰন্থ পোনতে নিজ মাতৃভাষা গুজৰাটীত লিখিছিল। গুজৰাটী গদ্যত আজি মহাত্মা গান্ধীক বিশিষ্ট স্থান দি পণ্ডিতসকলে গৌৰৱ কৰিছে। আমাৰ বিদগ্ধ পণ্ডিতসকলৰ মাতৃভাষালৈ অৱহেলা আৰু ক্ষেত্ৰবিশেষে অৱজ্ঞাই ভাৰতীয় ভাষাবিলাকক প্ৰচুৰ সম্ভাব্য সম্পত্তিৰ পৰা বঞ্চিত কৰি আহিছে। অসমীয়া ভাষাভাষী এমুঠি কৃতবিদ্য লোকৰ মনতো যদি সেই অৱহেলা আৰু অৱজ্ঞাই গা কৰি উঠে তেনেহলে আৰু মাৰাত্মক দশা হব। এই শতকৰ ভিতৰতে অৰ্থাৎ ত্ৰিশ্ বছৰৰ ভিতৰত অসমীয়া ভাষাৰ সকলো দৈন্য আঁতৰাই আধুনিক সৰ্ব্বপ্ৰকাৰ জ্ঞান-প্ৰকাশৰ উপযুক্ত আলমৰূপে তাক জগতৰ আগত দাঙি ধৰিব পাৰিব লাগিব। এতিয়াৰ পৰা আমাৰ বিদ্বৎ-সমাজে নিজৰ আজন্ম লব্ধজ্ঞানৰ সদুপযোগ কৰক অসমীয়া ভাষাত মৌলিক গ্ৰন্থ ৰচনা কৰি। অনুবাদে পাঠ্যপুথিৰ আৱশ্যকতা পূৰ্ণ কৰিব পাৰে, ভাষাক সমৃদ্ধ আৰু মহিমান্বিত কৰিব নোৱাৰে। সেই কাৰণেহে মৌলিক গ্ৰন্থ লিখাৰ কথা কৈছোঁ।



সাহিত্যৰ ফালৰ পৰা যোৱা এশ বছৰে আমি যিখিনি কৰিলোঁ, যিমানখিনি আগবাঢ়িলোঁ তাত হতাশ হবলগীয়া একো নাই; কিন্তু পৰিতুষ্টিৰ আনন্দ পাবলগীয়া অৱস্থাতো আমি ভৰি দিয়া নাই। এটা সাহিত্য পূৰ্ণতাপ্ৰাপ্ত হৈছে নে নাই, আত্মনিৰ্ভৰশীল হব পাৰিছে নে নাই, তাক জুখিবলৈ হলে সেই সাহিত্যৰ নিজ ভাষাৰ বাহিৰে আন আন ভাষাৰ জ্ঞান নথকা এজন শিক্ষিতলোকে আন কোনো সাহিত্যৰ ওচৰ নচপাকৈ প্ৰাচীন আৰু আধুনিক সকলো প্ৰকাৰ জ্ঞানৰ পিপাসা পলুৱাবৰ কাৰণে নিজৰ সাহিত্যকে আঁকোৱালি ললেই যথেষ্ট হয় নে নহয় তাক চাব লাগিব। সাধাৰণ ভাবৰ জ্ঞান চৰ্চ্চাৰ কাৰণে যদি আন এটা চহকী সাহিত্যৰ গুৰিত হাত নাপাতিলে নহয় তেনেহলে বুজিব লাগিব নিজৰ সাহিত্য পুৰঠ আৰু স্বয়ংপূৰ্ণ হোৱা নাই। সাহিত্য-বিদ্যাৰ সংস্কৃত আচাৰ্য্য-সকলে যদিও ৰসাত্মক বাক্যকে কাব্য বুলি লক্ষণ দি গৈছে তথাপি কাব্যহেতুৰ নিৰ্দ্দেশ কৰোঁতে ব্যুৎপত্তি অৰ্থাৎ বিবিধ জ্ঞানৰ অনুশীলনক বিশিষ্ট স্থান নিদিয়াকৈ থাকিব পৰা নাই। সাহিত্যৰ বিশাল আৰু ব্যাপক ক্ষেত্ৰত সমস্ত জ্ঞানৰাশি অন্তৰ্ভুক্ত হৈ আছে, সেইদেখি সাহিত্যৰ আন এটা নাম বাঙময় অৰ্থাৎ বাগ্‌বদ্ধ জ্ঞানৰাশি। এই বাঙময় ৰসাত্মক, তথ্যাত্মক আৰু তত্ত্বাত্মক এই তিনি প্ৰকাৰ। কেৱল ৰসাত্মক কবিতা, নাটক, উপন্যাস, চুটি গল্প আৰু ৰস ৰচনা লৈয়ে যি সাহিত্যৰ ঘাই পোহাৰ সি এনে এপাহ ফুল—যাৰ কেইটামান পাহি পূৰ্ণ বিকসিত আৰু বাকী পাহিকেইটা মুজুৰা পৰা বা নাইকিয়া। ৰসাত্মক ৰচনা সাহিত্যসৌধৰ মণ্ডপাংশৰ তুল্য। ৰসাত্মক, তথ্যাত্মক আৰু তত্ত্বাত্মক তিনিওবিধ সমানভাৱে বিকাশপ্ৰাপ্ত হলেহে এটা সাহিত্যক পূৰ্ণবিকসিত উন্নত সাহিত্য বুলি আখ্যা দিব পাৰি। এজন বা দুজনে ন'বেল বঁটা পালে বুলিয়েই বা দুই-চৰিখন গ্ৰন্থ ভাষান্তৰিত হৈ প্ৰচাৰিত হলেই এটা সাহিত্যক পূৰ্ণতাপ্ৰাপ্ত উচ্চতম শ্ৰেণীৰ সাহিত্যৰ শাৰীত স্থান দিব নোৱাৰি।

এই তুলাচনীৰে জুখি চালে কোনো এটি ভাৰতীয় সাহিত্যই

সগৌৰৱে উত্তীৰ্ণ হব নোৱাৰিব। হিন্দী, তামিল আদি সাহিত্যই বহুত গ্ৰন্থ অনুবাদ কৰি নিজ নিজ সাহিত্যৰ জ্ঞানভাণ্ডাৰৰ পৰিসৰ বৃদ্ধি কৰিছে সঁচা; কিন্তু অনুবাদবোৰ এটা খোপনিহে, তাত ভৰ দি একোটা সাহিত্যই নিজ বলেৰে উধাব লাগিব। অনুবাদ গ্ৰন্থই প্ৰস্তুত কৰি দিয়া ক্ষেত্ৰক নিজে চহাব লাগিব আৰু সময়ত গৈ মৌলিক গ্ৰন্থই সেই ঠাই পূৰাব লাগিব। জাপানে পোন পহিলাতে বিবিধ শাস্ত্ৰৰ অনুবাদৰ ওচৰত নিৰ্ভয় কৰিছিল সঁচা; কিন্তু আজিৰ জাপানী সাহিত্য সেইবোৰৰ বিষয়ত পৰমুখাপেক্ষী হৈ থকা নাই। জাপানে অনুবাদৰ যুগ কোন কাহানিবাই অতিক্ৰম কৰিলে আৰু এতিয়া তেওঁলোকৰ স্বোপাৰ্জ্জিত ভাণ্ডাৰ সকলো বিষয়তে পৰিপূৰ্ণ। ভাৰতীয় সাহিত্যই অনুবাদৰ যুগত ভৰিহে দিছে। অসমীয়া সাহিত্যৰ বেলিকাও সেই একে কথাই- কিজানি অলপ পৰাহে; চৰা নহয়। পাঠ্যপুথিৰ প্ৰয়োজনক অতিক্ৰম কৰি অসমীয়া ভাষাত তথ্যাত্মক আৰু তত্ত্বাত্মক সাহিত্য অধিক দূৰলৈ আগুৱাব পৰা নাই।

ৰসাত্মক সাহিত্যৰ ক্ষেত্ৰত আমি যে কিছু আগবঢ়াৰ পথত এই কথা আজি কব পৰা হৈছোঁ। তাকো সকলো স্তৰৰ ৰস-পিপাসুৰ হেঁপাহ পলুৱাব পৰাকৈ ভাণ্ডাৰ পূৰ্ণ হৈছে বুলি কব পৰা হোৱা নাই। নিম্ন-বৌদ্ধিক স্তৰৰ প্ৰয়োজন সাধিব পৰাকৈ আমাৰ সাহিত্যত যথেষ্ট সমল গোট খাইছে; কিন্তু উচ্চ-বৌদ্ধিক স্তৰৰ আশা পূৰণ কৰিব পৰা ৰসাত্মক সাহিত্যৰ পৰিসৰ এতিয়াও ঠেক হৈয়েই আছে। এই স্তৰৰ পাঠক তেওঁবিলাকৰ ৰস-পিপাসা আৰু জিজ্ঞাসাৰ পৰিতোষৰ কাৰণে অন্য সাহিত্যৰ ওচৰ চাপে। এই স্থিতিয়ে প্ৰমাণ কৰে যে আমি সাহিত্য তুষ্টিৰ বেলিকা একান্তশৰণীয়া হব পৰা দিন এতিয়াও অহা নাই। সকলো ভাৰতীয় সাহিত্যতে নিৰ্বিচাৰ ইউৰোপীয় অনুকৰণৰ যুগ এতিয়াও অন্ত পৰা নাই। ইউৰোপীয় সাহিত্যত বিশেষকৈ ইংৰাজী সাহিত্যত সময়ে সময়ে একোটা তত্ত্ববাদক (ইজ্‌ম্) কেন্দ্ৰ কৰি একো একোটা সাহিত্যিক-



গোষ্ঠিৰ উদ্ভৱ হয়। তাৰ নতুনত্ব আৰু বৈপ্লৱিক মোহে আমাৰ লেখকসকলকো আচ্ছন্ন কৰে। পশ্চিমত যি হৈছে আমাৰ সাহিত্যতো সেইটো হব লাগে, তাক অনুকৰণ কৰিবলৈ নিজৰ তীক্ষ্ণ মেধা আৰু অনুপম সৃষ্টিদক্ষতা নিয়োগ কৰে। তেওঁলোকে মনোবিজ্ঞানৰ বিশ্লেষণ কৰি উপন্যাস লিখিছে, এতেকে আমাৰো লিখা, তেওঁলোকে সমস্যাপূৰ্ণ নাটক লিখিছে হেন জানি ধৰা আমিও লিখোঁ, তেওঁলোকে অসম্ভাব্য নাটক উলিয়াইছে আমি কিয় নোৱাৰিম, এনে মনোবৃত্তি লৈ আমি ভাষা আৰু ছন্দ পৰ্য্যন্ত অনুকৰণ কৰি আমাৰ সাহিত্যক আগবঢ়াবলৈ চেষ্টা কৰিছোঁ। ইয়াৰ পৰা আমাৰ সাহিত্যবোৰৰ সমৃদ্ধি বঢ়া নাই বুলি কোৱাষাৰ মিছা কথা হব; কিন্তু সাহিত্যকৰ্ম্ম পৰমুখাপেক্ষী হোৱাত সাহিত্যকাৰসকলৰ আত্মপ্ৰত্যয় আৰু মুক্ত-চিন্তাৰ উন্মোষত বাধা ঘটিছে। গোটেই পৃথিবীৰ সুধীজনৰ মনত তোলপাৰ লগাব পৰা আধুনিক সাহিত্যকৃতী ভাৰতীয় সাহিত্যবোৰত কেইখন? আমাৰ ভাষাৰ শ্ৰেষ্ঠ বোলা উপন্যাস বহুতো ইউৰোপীয় ভাষালৈ অনুবাদ কৰা হৈছে; কিন্তু সেইবোৰে ইউৰোপীয় ৰসজ্ঞক চমৎকৃত কৰিব পৰা নাই। তেওঁবিলাকে তাত তেওঁলোকৰ উপন্যাসৰে ছায়ামূৰ্ত্তিৰ বাহিৰে একো বিশেষত্ব বিচাৰি নাপায়। এনে কাৰণতে কিছুদিন আগতে এজন বিদেশী সমালোচকে আধুনিক ভাৰতীয় সাহিত্যৰ বিষয়ে কওঁতে কৈছিল—"Indian Literature today is an echo and not a voice." বৰ্ত্তমান কালৰ ভাৰতীয় সাহিত্য স্বভাৱতে ওলোৱা কণ্ঠধ্বনি নহয় প্ৰতিধ্বনিহে। ইংলণ্ড আমেৰিকাই যে আমাক একোটা 'ইজ্‌ম' দিব লাগে আৰু তাকে স্কুলীয়া ছাত্ৰৰ দৰে 'কপি' কৰিব লাগে, আমি কিয় এটিও 'ইজম্' দিব নোৱাৰোঁ যাক ইংলণ্ড, আমেৰিকায়ো নিজৰ সাহিত্যত প্ৰয়োগ কৰিবলৈ আগ্ৰহেৰে হাত পাতিব। ভাৰতীয় মেধা কোনো কালেই পৰি মৰা নাছিল আৰু আজিও নহয়, কেৱল আত্মপ্ৰত্যয়হীনতাৰ চামনি এটাই আমাৰ

প্ৰখৰ মেধাকো আচ্ছন্ন কৰি থৈছে। এই কথা কেৱল সাহিত্য কিয় বিজ্ঞান, চিকিৎসা নিৰ্ম্মাণবিদ্যা সকলোতে সত্য। ৰাজনৈতিক স্বাধীনতা পোৱাৰ পিচতো মনটো আৰু স্বপ্ৰকাশ হবলৈ সময় লয়, আমাৰো সেয়ে হৈছে। অদূৰ ভৱিষ্যতত সকলো ক্ষেত্ৰতে ভাৰতীয় মন আৰু মেধা স্বে-মহিম্নি প্ৰোজ্জ্বল হৈ উঠিব। ইয়াত নিৰাশ হবলগীয়া একো নাই।

এই কথা সলজ্জভাৱে হলেও স্বীকাৰ কৰিব লাগিব যে প্ৰত্যেক ইংৰাজী শিক্ষিত ভাৰতীয়ৰে আৰু লগে লগে অসমীয়াৰো জননী ভাষাৰ উপৰিও ধাত্ৰীভাষাৰূপে ইংৰাজীয়ে আদৰৰ স্থান দখল কৰি আছে। তেওঁলোকৰ সাংস্কৃতিক জীৱনৰ নলে গলে লগা লগৰীয়া ইংৰাজী বা পাশ্চাত্য সাহিত্য। যিসকলে ইংৰাজী শিক্ষাক নেওচি স্বভাষা সংস্কৃতৰ অনুশীলন কৰিছে তেওঁলোকৰ সাংস্কৃতিক পোষণৰ উৎস সংস্কৃত, বৈদিক বা পালি-প্ৰাকৃত। এনে অপৰিহাৰ্য্য দশাত পৰি আমি নিৰুপায় হৈ ইংৰাজী সাহিত্যক আদৰ কৰিছোঁ আৰু অসমীয়া সাহিত্যক পুতো কৰিছোঁ পুতোৰ সম্বন্ধ দৰিদ্ৰৰ লগত পুতো আৰু আদৰৰ সম্বন্ধ হয় শক্তিশালীৰে সৈতে। এই নীতিয়ে সাহিত্য ক্ষেত্ৰতো ক্ৰিয়া কৰে, পঢ়ো বুলি অসমীয়া কিতাপ যিমানে কিনে তাতকৈ ইংৰাজী কিতাপ কিনা মানুহৰ সংখ্যা বহুত বেছি। পুতোৰ ওপৰত বৰ্ত্তি থকা এই অৱস্থাৰ পৰা অসমীয়া সাহিত্যক উদ্ধাৰ কৰাৰ উপায় চিন্তিবৰ সময় হ'ল আৰু সেইমতে কাম কৰিবলৈ সামূহিক সংকল্প লৈ আগবাঢ়িবৰ হ'ল। ১৯ শতিকাৰ শেষ ভাগত জোনাকী যুগৰ সাহিত্যিকসকলে নিজৰ সাহিত্যক বঢ়া কৰিবলৈ কোঢ়ামুঠীয়া সংকল্প লৈ আগবাঢ়িছিল, সেই সংকল্প ব্যক্তিৰ মনৰ হলেও সি "সামানা আকুতি" হৈ জাতীয় সংকল্পৰ ৰূপ পৰিগ্ৰহ কৰিছিল। আজি বিংশ শতিকাৰ শেষ ভাগত আমিও একান্ত নিষ্ঠা আৰু অবিচলিত দৃঢ়তাৰে অহা ত্ৰিশ বছৰৰ ভিতৰত অসমীয়া সাহিত্যক মানৱ-সভ্যতাৰ সৰ্ব্বতোবিসাৰি প্ৰয়োজনীয়তা সাধিব পৰা আৰু একান্ত-দেৱতাৰূপে সেৱা পাবৰ যোগ্য



সাহিত্য কৰি গঢ়ি তোলাৰ জাতীয়-সংকল্প গ্ৰহণ কৰিব লাগে। ইয়াৰ কাৰণে অসম সাহিত্য সভাই অনুকূল বাতাবৰণ সৃষ্টি কৰিব লাগিব, সামূহিক, জাগতিক প্ৰেৰণা বিকীৰণ কৰিব পাৰিব লাগিব। সাহিত্যৰ উদ্গতিৰ পথত যিবোৰ অন্তৰায় আছে বা উদ্ভৱ হোৱাৰ আশঙ্কা আছে। তাক দূৰ বিদূৰ কৰাৰ উপায় সম্পৰ্কেও আগতীয়া আলোচনা কৰি ৰাইজ আৰু চৰকাৰক সঁকিয়াই দিব লাগিব অসম সাহিত্য সভাই। এই অন্তৰায়বোৰৰ দুই-চাৰিটা উনুকিয়াই দিয়াযাৰ প্ৰাসঙ্গিক হব।

অসমীয়া ভাষাৰ এলাকা এচমকা, লোকসংখ্যাও তাকৰীয়া, অসমৰ বাহিৰত অসমীয়া ভাষাৰ প্ৰচাৰ নাই, এনে স্থলত এটা লেখত লবলগীয়া সাহিত্য হিচাবে বিশ্বত স্থান পোৱাৰ সম্ভাৱনা অসমীয়া সাহিত্যৰ নাই এনে এটা নিৰাশাৰ ভাবে আমাৰ সাহিত্যিসকলৰ মন কেতিয়াবা জয় পেলোৱাটো একো অস্বাভাৱিক নহয়। আজি-কালি আন সকলো জাতীয় কৰ্ম্মৰ দৰে সাহিত্যৰো এটা বাণিজ্যিক দিশ আছে! তাক উলাই কৰি কল্পনা জল্পনা কৰিলে আলাসত চাং পতা হব। কিতাপ প্ৰকাশ কৰিলেও তাৰ প্ৰচাৰৰ পৰিসৰ বিস্তৃত নহলে সকলো প্ৰকাশন প্ৰচেষ্টাই শেহন্তত গেঁঠেলা মাৰেগৈ। অসমীয়া ভাষা কোৱা লোকৰ সংখ্যা তাকৰীয়া, পাঠকৰ সংখ্যা সেই অনুপাতে আৰু তাকৰীয়া, কিতাপ কিনি পঢ়া পাঠকৰ লেখ তাতোকৈও কম। এনে অৱস্থাত গুৰু বিষয়ৰ ডাঙৰ গ্ৰন্থহে নালাগে লঘু বিষয়ৰ সৰু কিতাপেই বেচা নাযায়। বেচা নগলে ক্ষতিৰ আশঙ্কাত প্ৰকাশকে নছপায়। ছপাবলৈ প্ৰকাশক নাপালে এলাই এথানি কৰিবলৈ পণ্ডিতসকলেই বা লিখি মৰিব কোন দুঃখত। আমাৰ সাহিত্যৰ ক্ষেত্ৰত এনেবোৰ দুৰ্ভাৱনাৰ স্থল আছে। পিচে এই অন্তৰায়বোৰ দুৰ্লঙ্ঘ্য নহয়।

পৃথিৱীত এনে বহুত ভাষা আছে যাৰ এলাকা অসমতকৈ আহল-বহল নহয়, লোক সংখ্যাও বেছি নহয় অথচ সেই ভাষাবোৰৰ

সাহিত্য যথেষ্ট সমৃদ্ধিশালী আৰু উন্নত বুলি স্বীকৃত হৈছে। পোলেণ্ড, ফিনলেণ্ড, ডেনমাৰ্ক, চুইডেন আদি দেশৰ আয়তন অসমতকৈ কম, সেইবোৰ দেশৰ ভাষা কওঁতাৰ সংখ্যাও ক্ষেত্ৰবিশেষে আমাতকৈ কম। আন ঠাইত উপনিবেশো নাছিল আৰু এতিয়াও নাই। তত্ৰাচ তেওঁবিলাকৰ সাহিত্য আজি বহুত উন্নত। বিশ্ববিদ্যালয়ৰ উচ্চতম মহলা পৰ্য্যন্ত কোনো ভাষাৰ সহায়তা লব নালাগে। তেওঁবিলাকে অইন ভাষা শিকে যদিও সহায়কস্বৰূপেহে। সাহিত্যৰ সকলো দিশতে নিজ ভাষাত মৌলিক গ্ৰন্থ যি আছেই উচ্চতম গবেষণাও নিজ ভাষাৰেই চলায়। বিশ্ব সাহিত্যত স্থান পোৱা লেখকৰ সংখ্যাও কম নহয়। তাকৰীয়া জনসংখ্যাৰে তেওঁলোকৰ দেশবিলাকত যদি সাহিত্যৰ এনে উন্নতি সম্ভৱ হৈছে অসমীয়া সাহিত্যৰ বেলিকা হতাশ হোৱাৰ কি হেতু থাকিব পাৰে? এই ভাষাবিলাকৰ সাহিত্য সমৃদ্ধ হোৱাৰ গুৰিতে যিবোৰ কাৰণ আছে আমাৰ দেশতো সেই কাৰণসমূহৰ সৃষ্টি কৰি লব লাগিব। জনসংখ্যাৰ স্বল্পতাই তেওঁলোকৰ সাহিত্যৰ অগ্ৰগতিক আগচিব পৰা নাই ঘাইকৈ চাৰিটা কাৰণত। সেই কাৰণকেইটা হল (১) গুণে-পৰিমাণে শিক্ষাৰ ব্যাপক প্ৰসাৰ। (২) মাতৃভাষাৰ মাধ্যমত শিক্ষা দান (৩) আৰু জীৱনৰ অভিজ্ঞতাৰ প্ৰাচুৰ্য্য (৪) আৰ্থিক উন্নতি।

আমাৰ দেশত এতিয়াও শিক্ষিততকৈ অশিক্ষিত বা অৰ্দ্ধ শিক্ষিতৰ সংখ্যা বহুত বেছি। স্কুল-কলেজ গাঁৱে গাঁৱে নগৰে নগৰে স্থাপিত হৈছে, হাজাৰ হাজাৰ ডেকা লৰা সেইবোৰৰ পৰা শিক্ষা লাভ কৰি ওলাই আহিছে, তথাপি আমাৰ জনসংখ্যাৰ এটা বৃজন অংশৰ পঢ়া-শুনাৰ লগত বিশেষ সম্পৰ্ক নাই। আমাৰ শিক্ষা যিখিনি বাঢ়িছে সি কেৱল পৰিমাণতহে, গুণত নহয়। আমাৰ শিক্ষালয়বোৰত শিক্ষাদান ( Teaching ) কৰা হয়; কিন্তু জ্ঞান আহৰণৰ (Learning) অভ্যাস আৰু কৌশল ছাত্ৰই আয়ত্ত নকৰে। তাৰ ফলত শিক্ষালয়ৰ পৰা বিদায় লোৱাৰ লগে লগে ডেকাবিলাকে



সৰস্বতীলৈকো পিঠি দিয়ে। ছাত্ৰোত্তৰ জীৱনত পঢ়া-শুনাৰ লগত ঘনিষ্ঠ সম্বন্ধ ৰখা শিক্ষিতলোকৰ সংখ্যা আমাৰ সমাজত নিচেই অলপীয়া। বিদ্যা অৰ্জনৰ সময়ত শিক্ষকে যি শিকায় সেয়েই। নিজে আৰ্জিবলগীয়াকৈ প্ৰয়োজন অনুভৱ কৰিবলৈ ছাত্ৰক দিয়া নহয়। আমাৰ শিক্ষালয়সমূহত অধ্যাপনা আৰু গ্ৰন্থালয়ৰ যোগ, কলেজ আনকি স্নাতকোত্তৰ মহলাতো যিমান থাকিব লাগে সিমান নাই— প্ৰাথমিক মাধ্যমিকৰ বেলিকা কি কথা। পৰিণামস্বৰূপে ছাত্ৰ জীৱনত পাঠ্যপুথি বা তাৰো চমু সংস্কৰণক অতিক্ৰম কৰি জ্ঞানৰ অন্বেষণ কৰাৰ অভ্যাস আৰু যোগ্যতা পিচৰ জীৱনত নথকা হয়। আমি কৈ অহা দেশবোৰত জ্ঞানান্বেষণৰ অভ্যাস প্ৰাথমিক পৰ্য্যায়ৰ পৰাই লৰাক কৰিবলৈ শিকায়। তাৰ ফলত স্বয়ং-শিক্ষা আৰু জ্ঞান আহৰণৰ কাৰণে অধ্যয়নৰ হেঁপাহ আৰু অভ্যাস উত্তৰ জীৱনলৈকে থাকি যায়। পাঠকশ্ৰেণীৰ সংখ্যাও সেইদেখি সেইবোৰ দেশত সৰহীয়া। আমাৰ অসমতো শিক্ষাৰ প্ৰসাৰ লাগে। শতকৰা এশজন শিক্ষিত হব লাগিব; কিন্তু প্ৰত্যেকজন শিক্ষিত ব্যক্তিয়েই অসমীয়া সাহিত্যৰ আগ্ৰহশীল পাঠক হবও লাগিব। এই উদ্দেশ্য আগত ৰাখি আমাৰ শিক্ষাক কঁটিয়াই দিয়া জ্ঞানতে আবদ্ধ নাৰাখি জ্ঞান আহৰণৰ কৌশল, অভ্যাস আৰু প্ৰয়োজনীয়তাৰ উপলব্ধিৰে ফলপ্ৰসু কৰিবলৈ প্ৰাথমিক বিদ্যালয়ৰ পৰা ব্যৱস্থা কৰিব লাগিব। এই পদ্ধতি সফল কৰিবলৈ হলে শিশু-সাহিত্য আৰু কিশোৰ-সাহিত্যৰ ভঁৰাল টনকিয়াল কৰিবলৈ বিশেষ আঁচনিৰ প্ৰয়োজন হব।

সদসদ্‌বিচাৰক্ষম পাঠক সমাজৰ সংখ্যাবিপুলতাৰ ওপৰত আধুনিক সাহিত্যৰ বাঢ়ন আৰু গুণ নিৰ্ভৰ কৰে; কিন্তু লঘু-সাহিত্য পঢ়োঁতাৰো সাহিত্যত আওপকীয়া অৱদান নিচেই কম নহয়। সংস্কৃত সাহিত্য বিদ্যাৰ প্ৰাচীন আচাৰ্য্য বামনে পাঠক সমাজক দুটা শ্ৰেণীত গোষ্ঠিভুক্ত কৰিছে—সতৃণাভ্যৱহাৰী আৰু অৰোচকী। প্ৰথম বিধ সতৃণভোজী অৰ্থাৎ যিহকে পায় জাবৰে-জোথৰে গাল মাৰি থয়।

দ্বিতীয় বিধক একোৱেই সতকাই নুৰুচে, একোৱেই সোৱাদ লগাব নোৱাৰে। তৃতীয় শ্ৰেণীৰ বিষয়ে বামনে সূচনাহে দিছে কোনো নাম দিয়া নাই। তেওঁলোক সদসদ্-বিচাৰ-ক্ষম, ভাল-বেয়া বাচি ভালৰ ভালটোহে গ্ৰহণ কৰে। বামনৰ মতে আৰোচকীজনৰ বাচ-বিচাৰ আছে গতিকে সময়ত গৈ তেওঁ বিচাৰক্ষম পাঠক হবগৈ পাৰে। অসমীয়াত এই তিনি শ্ৰেণীক সনাহী, শোগোনা আৰু সোন্দোৰাখোৰা এই তিনিটা নামেৰে বৰ্ণাব পাৰি। সনাহীয়ে যি পাই এফালৰ পৰা দকচি নিয়ে, শোগোনাৰ ইটো নাখাওঁ, সিটো ভাল নাপাওঁ বোলোতে একোতে ৰতি নবহে। সোন্দোৰাখোৰাই ভালৰ ভাল সুগন্ধিটোহে গ্ৰহণ কৰে। সাহিত্য ক্ষেত্ৰত এই তিনিও শ্ৰেণী পাঠকৰে প্ৰয়োজন আছে। সতৃণভোজী বা সনাহী পাঠকৰ পৰাই সাহিত্য প্ৰচাৰৰ প্ৰাথমিক ক্ষেত্ৰ তৈয়াৰ হয়। কোনো হাবি সুৰু-সুৰা গছনি নোহোৱাকৈ কেবল বনস্পতি বৃক্ষৰেই জোৰা হৈ নাথাকে। সৰু গছৰ জাৰণিৰ মাজতে এপুৰা মাটি জোৰা বৰ গছ বাঢ়ি উঠে। লঘু সাহিত্যৰ সতৃণভোজী পাঠককো সেইদেখি অৱজ্ঞা কৰিব নালাগে। ৰোমাঞ্চকৰ গল্প, হত্যাকাহিনী, বোলছবিৰ নায়ক-নায়িকাৰ জীৱন-কথা, কল্পনাময় প্ৰেমৰ কাহিনী ইত্যাদি বিষয়ৰ সস্তীয়া কিতাপবোৰে এক শ্ৰেণীৰ পাঠকৰ সৃষ্টি কৰে, সমাজত কিছুমান মানুহৰ পঢ়াৰ অভ্যাস এটা আনি দিয়ে। সামূহিক পুথিভঁৰাল বিলাক এই বিধ পাঠকৰ পোষকতাতে প্ৰধানকৈ বৰ্ত্তি থাকে। পিচে এনে পাঠকেই ক্ৰমে গৈ অন্য বিষয়ৰ গুৰু সাহিত্যৰে ভক্ত হয়। লঘু সাহিত্যৰ উভৈনদী হোৱাটো সাহিত্যৰ উন্নতিপথৰ হানিকৰ যি নহয়েই বৰং সেইবিধ সাহিত্যই উচ্চতৰ সাহিত্য বাঢ়ি উঠাত সাৰজাবৰহে দিয়ে। গছৰ পাত সৰি সেই গছকে সাৰ দিয়াৰ দৰে এই লঘু-সাহিত্যবোৰ যথাকালত লোপ পায়; কিন্তু নিজ কা সাধি সাহিত্যবৃদ্ধিলৈ ক্ষেত্ৰখন সাৰুৱা কৰিহে নিজৰ অস্তিত্ব বিলো কৰে। লঘু পাঠ্য সাহিত্যৰ নামত নাক কোঁচোৱা উচিত নহয়



তাক বাঢ়িবলৈ দিব লাগে। হাবিৰ সৰু-সুৰা গছৰ দৰে সি অল্প কালতে মৰি সাৰজাবৰ হয়গৈ, তাৰ কাৰণে চিন্তা কৰাৰ সকাম নাই।

সুখৰ বিষয় সাহিত্য-সমৃদ্ধিৰ দ্বিতীয় কাৰণ উচ্চতম মহলাতো মাতৃভাষাক শিক্ষামাধ্যমৰূপে বৰণ কৰাৰ প্ৰয়োজনীয়তা আজি সৰহ-ভাগ শিক্ষা-শাস্ত্ৰীয়েই উপলব্ধি কৰিছে। বিশ্ববিদ্যালয়সমূহে নীতি-গতভাৱে তাক স্বীকাৰ কৰি লৈছে। অসমতো ১৯৭২ চনৰ পৰা প্ৰাক্-বিশ্ববিদ্যালয় শ্ৰেণীত অসমীয়া ভাষাৰেই শিক্ষা দিয়াৰ সিদ্ধান্ত গ্ৰহণ কৰা হৈছে আৰু তাৰ বাবে প্ৰস্তুতি চলি আছে। প্ৰবেশিকা স্তৰত অসমীয়া ভাষাৰ মাধ্যম আৰম্ভ কৰাৰ প্ৰায় ডেড়কুৰি বছৰৰ পিচত তাৰ পাচৰ খলপাত অসমীয়াৰ প্ৰবেশ ঘটিল। এইদৰে যদি বি-এ মহলাত; বিজ্ঞান আৰু কাৰিকৰী বিভাগত সোমাবলৈ অসমীয়া ভাষাই আৰু ত্ৰিশ্ বছৰ কাল বোন্দাপৰ দিব লাগে তেনে-হলেই আধ্যা। প্ৰাক্-বিশ্ববিদ্যালয়ত অসমীয়া মাধ্যমত পঢ়ি যোৱা ছাত্ৰই বি-এ মহলাত গৈ যেন ইংৰাজীলৈ মুখ সলাব নহয় এনে-ভাৱে বি-এ মহলাৰ পাঠ্য প্ৰস্তুতিও এতিয়াৰ পৰা আৰম্ভ হব লাগে। মাজত সুৰুঙা পৰিলেই উৎসাহ মোলান পৰে আৰু কামত শিথিলতাই দেখা দিয়ে।

জীৱনধাৰাৰ বৈচিত্ৰ্য আৰু অভিজ্ঞতাৰ প্ৰাচুৰ্য্য সাহিত্যৰ বিশেষকৈ বস্তুধৰ্ম্মী সাহিত্যৰ আধাৰভূমি। এই সমাজৰ আৰ্থিক উদ্যম আৰু প্ৰাকৃতিক পৰিবেশৰ ওপৰত এই বৈচিত্ৰ্য আৰু অভিজ্ঞতা-প্ৰাচুৰ্য্য নিৰ্ভৰ কৰে। সাহিত্যৰ সমল আৰু বিবিধতাই পোহ লয় এই বৈচিত্ৰ্য আৰু প্ৰাচুৰ্য্যৰ পৰা। ব্যক্তি আৰু সমাজৰ অনুভৱ বিবিধ প্ৰবাহেদি উপচি পৰিলে সি সাহিত্যৰ মাজেদি ভেঁটা ভাঙি সাধাৰণীভূত হয়। সাহিত্য উন্নতিৰ বাটত আগবাঢ়ে। অসমীয়া জীৱনত সেই বৈচিত্ৰ্য আৰু বিবিধতাৰ সুযোগ অলপীয়া। দেশত উদ্যোগবিস্তাৰ আৰু জীৱনযুদ্ধ কঠোৰ হোৱাৰ লগে লগে আগতকৈ

এই সুযোগৰ পৰিসৰ বাঢ়িছে ; কিন্তু সাহিত্যত তাৰ উপযোগ এতিয়াও লেহেম গতিৰে হোৱা যেন লাগে। আমাৰ সমাজৰ পৰিবৰ্ত্তন, নতুন আদৰ্শৰ সংঘাত, বহুসংখ্যক গোষ্ঠি জীৱনৰ বিবিধতাৰ আৰু যুগ-সন্ধিৰ বিচেষ্টা সাহিত্যৰ আপুৰুগীয়া সম্বল হব পাৰে। এইবোৰলৈ সফল দৃষ্টিপাত কৰা সাহিত্যিকৰ সংখ্যা আঙুলি মূৰতে লেখিব পৰা হৈ আছে। এই কথা স্বীকাৰ কৰিব লাগিব যে কেতিয়াবা জাতি একোটাৰ সৌভাগ্যবলত একোজন ক্ষণজন্মা পুৰুষৰ আবিৰ্ভাৱ হয় যাৰ ক্ৰান্তদৰ্শিতাই বাস্তৱ অভিজ্ঞতালৈ অপেক্ষা নকৰে। সাগৰৰ পাৰত বহি, ঘৰৰ ভিতৰত সোমাই থাকি বা তপোবনত আসন পাতিও তেনেজন পুৰুষে বাটৰ ছুবৰিবনৰ পৰা স্বৰ্গৰ বতৰালৈকে দি যায়। পৃথিবীত তেনে ঘটনা সদায় সৰ্বত্ৰ নঘটে, তাৰ কাৰণে প্ৰাৰ্থনা কৰিব পাৰোঁ, আশা পালি বহি থাকিব নোৱাৰোঁ। সৰহ ভাগ মানুহৰে অলপৰ সহায়তাৰে বহুত দেখাৰ ক্ষমতা নাথাকে, তেওঁলোকে বহুৰ সহায়তা লৈ অলপ কৰ পৰাৰ যোগ্যতা আৰ্জ্জন কৰিব পাৰে। এতেকে সাহিত্যৰ সৌষ্ঠৱ আৰু সমৃদ্ধিৰ কাৰণে বহু প্ৰকাৰৰ অভিজ্ঞতাৰ দৰ্কাৰ। এই অভিজ্ঞতা কোনেও দিওঁ বুলি দিয়াই দিব নোৱাৰে। জাতীয় জাগৃতি আৰু উদ্যমৰ বলত ব্যক্তিৰ জীৱনলৈ সি আপোনা-আপুনি আহে। প্ৰকৃত কথা হল সেই অনুভূতি আৰু অভিজ্ঞতাক সাঁচনীয়া কৰি ৰখাৰ আগ্ৰহ আৰু তাক ব্যক্ত কৰাৰ কৌশল আয়ত্ত কৰাৰ ওপৰতে সেইবোৰৰ সদুপযোগ নিৰ্ভৰ কৰে। সাহিত্যিক নামৰ এটা স্বকীয়া শ্ৰেণী থকাটো বাঞ্ছনীয় নহয়। জীৱনৰ সকলো ক্ষেত্ৰতে সাহিত্যিক পুৰুষ লুকাই থাকে। পৃথিবীৰ খ্যাতনামা সাহিত্যিসকলৰ জীৱন-বৃত্তান্ত আলোচনা কৰিলে এই কথাৰ সত্যতা ধৰা পৰিব। অসমতো সাহিত্য চৰ্চ্চাৰ আগ্ৰহে সকলো ক্ষেত্ৰতে সকলো জনকে আকৰ্ষিত কৰক। ফটা কঁথাতো সোণ ওলাব।

আমাৰ প্ৰকাশন উদ্যোগৰ চালুকীয়া অৱস্থা আৰু অসংগঠিত



স্থিতিও অসমীয়া গ্ৰন্থৰ প্ৰচাৰ-স্বল্পতাৰ কাৰণে কিছু পৰিমাণে দায়ী। তথাপি এতিয়ালৈকে যিখিনি হৈছে তাত অসমৰ ন-পুৰণি প্ৰকাশন প্ৰতিষ্ঠানসমূহৰ আমোল অৱদানৰ কথা আমি সশ্ৰদ্ধচিত্তে সুঁৱৰিব লাগিব। বৰ্ত্তমান অসংগঠিত আৰু পৰস্পৰ সহযোগহীন প্ৰকাশক আৰু গ্ৰন্থবিক্ৰেতাসকলে সংগঠিত হৈ পাৰস্পৰিক সহযোগিতাৰ ক্ষেত্ৰ বহলাই ললে বহুত সুফল আশা কৰিব পাৰি। আজি গুৱাহাটীতে প্ৰকাশিত হোৱা গ্ৰন্থ এখন পাঠ্য নহলে প্ৰকাশৰ দোকানৰ বাহিৰে আন দোকানত বিচাৰিলে কেতিয়াবা পোৱা নাযায়, ডিব্ৰুগড় বা তিনিচুকীয়াত সেই গ্ৰন্থ চলাথ কৰিলেহে যদি কদাচিত পোৱা যাব। তেজপুৰত যদি কিবা কিতাপ প্ৰকাশিত হৈছে যোৰহাটৰ পাঠকে সতকাই তাৰ খবৰ পাবলৈ কোনো সঁজুলি নাই। নিয়মিত তালিকাও কেইঘৰমান প্ৰকাশকেহে ছপাই বিতৰণ কৰে ; গ্ৰন্থবিক্ৰেতাৰ তেনে তালিকা হাতত পৰা মনতে নপৰে। ইয়াৰ উপৰিও ব্যক্তিগত প্ৰকাশনৰ সংখ্যাও আমাৰ নিচেই কম নহয়, সেইবোৰৰ প্ৰাপ্তিস্থান বিচাৰি উলিওৱা সহজ কথা নহয়। গ্ৰন্থ প্ৰচাৰৰ এই দুৰ্দ্দশা গুচাবলৈ প্ৰকাশক, গ্ৰন্থবিক্ৰেতা আৰু গ্ৰন্থকাৰৰ মাজত সহযোগিতা আৰু সংগঠনৰ বাহিৰে আন উপায় নাই। অসম সাহিত্য সভাৰ বছেৰেকীয়া অধিবেশনত প্ৰকাশন-প্ৰতিষ্ঠান আৰু গ্ৰন্থ-বিক্ৰেতাসকলে সক্ৰিয় ভাগ লব পৰা কিবা ব্যৱস্থা কৰিব পাৰি নে কি ভাবি চাব লাগে। প্ৰতিষ্ঠান সদস্য ( institutional member ) বুলি এবিধ সদস্যৰ স্বীকৃত সভাৰ নিয়মাৱলীৰ ভিতৰুৱা কৰিব পাৰি নে কি চিন্তা কৰি চোৱা উচিত। সেয়ে হলে প্ৰত্যেক স্বীকৃত প্ৰতিষ্ঠানে এটা নিৰ্দ্দিষ্ট বাৰ্ষিক বৰঙণি দিব, নিৰ্দ্ধাৰিত সংখ্যাত প্ৰতিনিধি পঠাব পাৰিব। ইয়াৰ ফলত সাহিত্যিক, গ্ৰন্থকাৰ, প্ৰকাশক আৰু বিক্ৰেতাৰ বছেৰেকীয়া ঘনিষ্ঠ যোগাযোগৰ সুযোগ মিলিব। তেওঁবিলাকে গোট খাই নিজৰ সমস্যাবোৰৰ সমাধান সম্পৰ্কেও আলোচনা কৰাৰ সুবিধা ওলাব। সাহিত্য সভাৰ পৰা এই প্ৰতিষ্ঠানসমূহ আঁতৰি থকাৰ কোনো যুক্তি

নাই। প্ৰতিষ্ঠান হিচাবেই স্বীকৃত অঙ্গৰূপে এওঁলোকৰ অন্তভু‍ৰ্ক্তিয়ে সাহিত্য সভাক শক্তিশালীহে কৰিব। নিয়মাৱলী সাল-সলনিৰ সময়ত প্ৰতিনিধিসকলে যথাসময়ত এই বিষয়টো চাৰিওদিশ মাৰি ভাবি চাবলৈ অনুৰোধ কৰিলোঁ।

জাতীয় গ্ৰন্থসূচী এখনৰ নিয়মিত প্ৰকাশৰ কোনো ব্যৱস্থা নথকাত আমাৰ বহুত ক্ষতি হৈছে আৰু অনেক সুবিধাৰ পৰা বঞ্চিত হৈছোঁ। মাহেকটোৰ কথাই নকওঁ বছৰটোৰ ভিতৰতনো কি কি অসমীয়া কিতাপ ওলাইছে তাৰে লেখ নাপাওঁ, বিবৰণৰ কথা দূৰতে। ব্যক্তি গ্ৰাহকহে নেলাগে টনকিয়াল গ্ৰন্থালয়বিলাকেও একেলগে বহুত সৰহীয়াকৈ অসমীয়া কিতাপ আনিব লগা হলে তালিকা প্ৰস্তুত কৰিবলৈ গৈ বিমোৰত পৰে। কিছুমান কিতাপ ভুমুকি মাৰিয়ে কাৰ চাওত কেনেকৈ উৰলিছে তাৰ উৰাদিহ পোৱাৰ উপায় নাই। ফলত একোজন শক্তিমান লেখকো পাহৰণিত জাহ যায়। অসমীয়া সাহিত্যৰ কালানুক্ৰমিক আৰু বৰ্গীকৃত প্ৰকাশিত গ্ৰন্থৰ তালিকা আৰু চমু বিবৰণ একে ঠাইতে পোৱাৰ আৰু তাক বিস্মৃতিৰ গৰাহৰ পৰা সকৰাই ৰখা একমাত্ৰ উপায় হৈছে এখন জাতীয় গ্ৰন্থ-সূচীৰ বছেৰেকীয়া সংকলন নিয়মিতভাৱে যুগুত কৰা আৰু প্ৰকাশ কৰা। ডাঙৰ ডাঙৰ সাহিত্যত এনে সূচী মাহেকে মাহেকে ওলায়। আমাৰ সিমান নেলাগে, বছেৰেকত এখনকৈও চমু বিবৰণ সহ গ্ৰন্থসূচী ওলালে সম্প্ৰতি কাম চলিব। অন্য দেশত এই গুৰুত্বপূৰ্ণ সাহিত্য-কৰ্ম্মটো জাতীয় গ্ৰন্থালয় অথবা গ্ৰন্থালয় সন্থাৰ দায়িত্বত থাকে। অসমত ৰাজ্যিক গ্ৰন্থালয় আছে আৰু গ্ৰন্থালয়-সন্থা এখনো চুচৰি বাগৰি চলি আছে; কিন্তু বৰ্ত্তমান অৱস্থাত জাতীয় গ্ৰন্থ-সূচী প্ৰণয়নৰ ভাৰ এওঁলোকৰ ওপৰত জাপি দিয়া উচিত নহব। অসম সাহিত্য সভাই এই ভাৰ সম্প্ৰতিকে বহন কৰিব লাগিব, সময়ত তাক আন সন্থালৈ হস্তান্তৰ কৰাৰ চিন্তা কৰিব পৰা যাব। অসম সাহিত্য সভা পত্ৰিকাৰ প্ৰবন্ধকেইটা আন ঠাইতো প্ৰকাশ



কৰিব পৰাৰ সুবিধা আছে। বৰ্ত্তমান চলি থকা মাহেকীয়া আলোচনী-কেইখনে সেই কাম কৰিব পাৰিব। সভাৰ পত্ৰিকাখন তিনিমহীয়া নকৰি যদি কিছু বৃহদাকাৰে বাৰ্ষিক কৰে আৰু তাৰ এটা বিভাগ বছেৰেকটোৰ গ্ৰন্থ-সূচীৰ কাৰণে ৰখা হয় তাৰ পৰা বেছি উপকাৰ হব বুলি আশা কৰিব পাৰি। বছৰৰ আৰম্ভনিৰে পৰা যদি প্ৰকাশকসকলৰ লগত যোগাযোগ কৰা হয় আৰু প্ৰকাশকসকল যদি প্ৰতিষ্ঠানৰ সদস্যৰূপে সাহিত্য সভাৰ অন্তৰ্ভুক্ত থাকে তেনেহলে এইটো একো টান কাম নহব। লগতে প্ৰত্যেক নতুন প্ৰকাশনৰ একো কপি যদি সাহিত্য সভাৰ সংৰক্ষণ পুথিভঁৰাললৈ আহে তেনেহলে আৰু ভাল কথা হয়। এতিয়াৰ পৰাও যদি আৰম্ভ কৰোঁ একবিংশ শতিকাৰ প্ৰাৰম্ভত আমি অসমীয়া সাহিত্য অগ্ৰগতিৰ চমু কাহিনী এটা চকু ফুৰাই চাব পৰাকৈ পাম। অলপতে মোৰ ব্যক্তিগত সূচনি আৰু অনুৰোধত অধ্যাপক ভগৱান মড়লে ১৯৬৯ আৰু ১৯৭০ চনত প্ৰকাশিত অসমীয়া গ্ৰন্থৰ বৰ্গীকৃত সূচী এখন যুগুত কৰিছে। এই বছৰ সাহিত্য সভাই তাকো প্ৰকাশ কৰিব পাৰে।

অসমীয়া সাহিত্যৰ উদ্‌গতিৰ আন এটা প্ৰধান অন্তৰায় হৈছে আপোন বুলিব পৰা ৰাজধানী এখনৰ অভাৱ। সৰ্ব্বতোভাৱে আপোনাৰ বুলি কব পৰা ৰাজধানী এখন নোহোৱাকৈ বুৰঞ্জীৰ এটা গুৰুত্বপূৰ্ণ কাল কটোৱাৰ জাতীয় দুৰ্ভাগ্য অসমীয়াই বহুত কাল ভোগ কৰিব লগা হল। কোচবিহাৰ আৰু গড়গাঁও নিজম পৰাৰ পিচত "কথা শুনি তল যাওঁ" বুলি গৌৰৱ কৰিব পৰা গাতে লাগি থকা ৰাজধানী এখন অসমীয়াই নাপালে। তাকো নাপালে কেতিয়া? যেতিয়া গোটেই ভাৰতত ইংৰাজ আমোলৰ প্ৰথমছোৱাত নতুন সংস্কৃতি সমাগমৰ বতাহ বলিছিল। সেই সময়ত একোখন ৰাজধানীৰ আশ্ৰয় আৰু পোষণে কেইবাটাও প্ৰাদেশিক ভাষাৰ সাহিত্যক অভাৱনীয় উদ্যম আৰু সাফল্যৰ ফালে আগবঢ়াই নিছিল। সেই কালছোৱাত অসমীয়া ভাষাই যুঁজ কৰিবলগীয়া হৈছিল নিজৰ অস্তিত্ব আৰু দখল লৈ। অস্তিত্ব প্ৰতিপন্ন

কৰি নিজ স্বত্ব ঘূৰাই পোৱাৰ পিচতো সৰ্ব্বসুযোগযুক্ত ৰাজধানীৰ অভাৱত নিজ শকতিৰে বতাহ-বৰষুণ চম্ভালি দুৰ্ব্বলবৃন্ত ফুলৰ দৰে তিষ্ঠি থাকিল। ৰাজধানীৰ সুযোগ সুবিধা নোপোৱা সাহিত্য আৰু দুৰ্ব্বলবৃন্ত ফুলৰ দশা একেটাই। পৃথিবীৰ সমৃদ্ধ সাহিত্যৰ বুৰঞ্জীত একোখন ৰাজধানী-চহৰৰ দান অতুলনীয়। ইংৰাজী সাহিত্য আৰু লণ্ডন, ফৰাচী সাহিত্য আৰু পেৰি, ৰুচ-সাহিত্য আৰু মস্কো, নিচেই চুবুৰীয়া বঙলা সাহিত্য আৰু কলিকতাক পৃথক কৰি সেইবিলাক সাহিত্যৰ বুৰঞ্জী লিখাৰ উপায় নাই। এই সাহিত্যবিলাকৰ উদ্গতিৰ পথত ৰাজধানী-চহৰবোৰৰ সুযোগ-সুবিধাই অশেষ বৰঙণি যোগাই আহিছে। এই ৰাজধানী নগৰবোৰেই সমগ্ৰ জাতীয় জীৱনৰ পোহৰ কেন্দ্ৰীভূত কৰি প্ৰতিফলিত কৰে। এইটো কেৱল আধুনিক কালৰ কথাই নহয় প্ৰাচীন কালতো একোটা সাহিত্য আৰু সংস্কৃতিয়ে এনেকৈ একোখন মহানগৰীক আশ্ৰয় কৰি আপোন মহিমা বিস্তাৰ কৰিছিল। বৰ্ত্তমান অসমীয়া সাহিত্যয়ো উদগনিৰ কাৰণে পৰমাশ্ৰয়-স্বৰূপ অনুকূল পৰিবেশৰ ৰাজধানী এখন পাব লাগে এইটো আবেদন নহয়, প্ৰাপ্য স্বত্বৰ উদ্‌ঘোষণা।

ইমান কালৰ মূৰত মনোমত ৰাজধানী এখন পতাৰ সুযোগ কণা বিধাতাই আমাক দিছে। এই সুযোগ আমাৰ নিজৰ আৰ্জন নহয়, কালৰ ফেৰত পৰিস্থিতিৰ টনা-আজোৰাত আপোনা আপুনি আমাৰ সমুখত উপস্থিত হৈছেহি। তাৰ যদি সদুপযোগ নকৰি জোৰা-টাপলি ব্যৱস্থাৰে পাল মৰাৰ চেষ্টা কৰোঁ আজিৰ চাম নেতৃত্বৰ কাললৈ কুখ্যাতি থাকিব। মুঠতে আমাক বাৰে-মিহলি বসতিৰে ভৰা অসমীয়াৰ সংখ্যা-প্ৰাধান্য নথকা ৰাজধানী নালাগে। পুৰণি নগৰৰ নেগুৰৰ দৰে উপকণ্ঠত পতা চৰকাৰী পাম এখনেও আমাৰ কোনো কাম নাসাধে। আমাক লাগে জাতীয় সাধনাৰ সহস্ৰাৰ চক্ৰ-স্বৰূপ, অসমীয়াত্বৰ পূৰ্ণ প্ৰতিফলন হব পৰা এখন ৰাজধানী। ৰাজধানীৰ বিষয়টো থলুৱা আবেগৰ আচ্ছন্নদৃষ্টিৰে বিচাৰ কৰি চোৱা



কথা নহয়। অসম আৰু অসমীয়াৰ ৰাজধানীৰ উপৰিও সাহিত্য আৰু সংস্কৃতিৰ পৰমাধিষ্ঠানৰূপ নগৰখন ক'ত কিৰূপে হব লাগে; ভৱিষ্যত অসমৰ নাভিকেন্দ্ৰ ক'ত হলে ৰাজশক্তি, প্ৰজাশক্তি আৰু তাৰো মূলাধাৰ সাহিত্য-সংস্কৃতি আৰু জ্ঞানৰ সাধনবোৰে পৰমাশ্ৰয় পাব, তাক থলুৱা স্বাৰ্থৰ কাষেদিও নোযোৱাকৈ সুস্থ বুদ্ধিৰে আৰু দূৰদৰ্শিতাৰে স্থিৰ কৰিব লাগে। এঠাইত কোনোবা চুকত টিপা মাৰিলেই টলকতে তাৰ শিপা গৈ গড়গাঁও পোৱা বিধৰ ৰাজধানী এখনে পক লওঁতে বিশ্-পঁচিশ্ বছৰ লাগে। আজি পতা ৰাজ-ধানীৰ মহিমা ফুটি উঠিব একবিংশ শতিকাৰ আৰম্ভ কালত। সেইদেখি অসমৰ ৰাজধানীৰ স্থাননিৰ্ব্বাচন আৰু নিৰ্ম্মাণত আজিৰ চাম নেতৃস্থানীয় লোকৰ সূক্ষ্ম দূৰদৰ্শিতা আৰু যুগোপযোগী পাৰ-দৰ্শিতাৰ অভাৱ নহব বুলি আশা কৰিছোঁ। অসমত অসমীয়া ৰাজধানীৰ বিষয়টোক দিবলগীয়া গুৰুত্ব আমি এতিয়াও দিয়া নাই; পিচত মুহূৰ্ত্ত পাৰ হৈ গলে মূৰ-কপাল খুন্দিয়াই মৰিলেও ভুল প্ৰতিকাৰ কৰা সম্ভৱ হৈ নুঠিব। অসমীয়া ভাষা, সাহিত্য আৰু সংস্কৃতিৰ মূলাধাৰৰূপ, অসমীয়াৰ আশা আকাঙ্ক্ষাক ৰূপ দিব পৰা এনে এখন ৰাজধানীৰ স্থান নিৰ্ণয়ৰ বিষয়টোক কেইজনমান বিষয়াৰ প্ৰতিবেদন, কেইগৰাকীমান মন্ত্ৰীৰ অভিমত বা অসমীয়া স্বাৰ্থবিৰোধী কেইখনমান চতুৰ যুক্তিৰ স্মাৰক পত্ৰৰ ওপৰত নিৰ্ভৰ কৰা সিদ্ধান্তলৈ এৰি দিব নোৱাৰি। আমাৰ সাহিত্য সভাৰো এই বিষয়ে ভাবিব-লগীয়া আৰু কবলগীয়া আছে, তাকে নকলে কালে আমাক শুদাই নেৰিব। এইবেলিৰ অধিবেশনে এই বিষয়টো খৰচি মাৰি চিন্তা কৰক, প্ৰয়োজন হলে কেইজনমান অভিজ্ঞলোকৰ উপ-সমিতিয়ে বিষয়টো সকলো দিশৰ পৰা পখিয়াই বিচাৰ কৰি চাওক আৰু সিদ্ধান্তৰ কথা চৰকাৰক বেকত কৰক। তালৈকে আলম-বিলম কৰিলে কোনোবা ফেঁচুলুকাই মইহে ৰজা বুলি আসন অধিকাৰ কৰিলে সতকাই হেঁচোকি আঁতৰোৱা টান হব। এই কথাও মনত ৰাখিব

লাগিব। ৰাজনীতি সাহিত্য সভাৰ উপজীব্য নহয়, সভাই ৰাজনীতি গাব বা কৰিব নোখোজেও ; কিন্তু আজি অসমৰ ৰাজধানীৰ প্ৰশ্ন কেৱল ৰাজনীতিৰে সমাধান কৰিবলৈ গলে আমাৰ ঠগন খাবলৈ আছে ! ভাষা, সাহিত্য, সংস্কৃতি আৰু শিক্ষা-সভ্যতাৰ ফালৰ পৰাও ই পূৰ্ণ প্ৰণিধান পাবলগীয়া বিষয়।

অসমীয়া ভাষা-সাহিত্যৰ আকাশত আৰু এচটা কলা ডাৱৰৰ ঘিটিঙনি মাজে মাজে কাণত পৰিছে। অসম নামৰ ৰাজনৈতিক ভূখণ্ড সঙ্কুচিত হৈ হৈ ব্ৰহ্মপুত্ৰ উপত্যকাতহে আমাৰ খোপনি বৈছেগৈ। এই খোপনিকো লৰাবৰ কাৰণে প্ৰকাশ্য আৰু তলখুচুৰীয়া চেষ্টা চলি থকাৰ কথা আমাৰ ভিতৰত নজনা কেও নাই। চাৰিওফালৰ পৰা পৃথক ৰাজ্যৰ কাৰণে নোহোৱা-নোপজা হক উপস্থাপিত হৈছে। উজনি অসমৰ টাই-মঙ্গোল আন্দোলন, গুৱালপাৰাৰ কমতাপুৰ ৰাজ্যৰ কল্পনা, ব্ৰহ্মপুত্ৰৰ উত্তৰ অঞ্চলত পৃথক জনজাতীয় ভূমিৰ দাবী উথাপন এইবোৰ পৃথক্ অস্তিত্ব বিলাসৰ পৰিকল্পনাৰ কথা সকলোৰে জানে। গুৱালপাৰা জিলাৰ সীমান্তৰ থানা কেইখনমান গোট খুৱাই পৃথক জিলা এখনৰ পৰিকল্পনা এটাও উমনিত পৰিছে। এই কথা সদৰী হৈ পৰা নাই যদিও ভুৰাখোঁতাই নজনাকৈ থকা নাই। এই পৃথক অস্তিত্ব-বিলাসে যদি ৰাজনৈতিক ছুৰভিযান মাত্ৰ হৈ নাথাকি বাস্তৱ ৰূপলৈ মোট সলায় তেনেহলে এই খণ্ড খণ্ড ৰাজ্যবোৰত আৰু জিলাত অসমীয়া ভাষাৰ স্থান কি হবগৈ সন্দেহ কৰিবলৈ যথেষ্ট কাৰণ আছে। ঢৌটোকে ৰৌটো পাতি বিভীষিকাপূৰ্ণ চিত্ৰ এটা দাঙি ধৰাৰ কোনো কুঅভিসন্ধি আমাৰ নাই। সাময়িক বা-বতাহ তলে তলে কোনফালে বলিছে অলপ মন কৰিলেই ধৰিব পাৰি। পাকিস্তানৰ কল্পনা পোনতে ঢৌ এটাহে আছিল, সেয়ে গৈ ৰৌ হলগৈ। নগাভূমিৰ কল্পনাৰূপ তিলটোৱেই পিচত তাল হৈ থিত দিলে। গতিকে "ক্ষুদ্ৰোঽপি নাৰমন্তব্যঃ" চাণক্য মহামন্ত্ৰীৰ এই অমূল্য নীতি আজিও সাৰুৱা আৰু কাজুৱা হৈ আছে। বিশেষকৈ



ভাৰত চৰকাৰে আৰু অসম চৰকাৰে এক চিকুট মাটিও পাব নোৱাৰে বুলি প্ৰথমতে ফোৰোহনি মাৰে, পিচত যুদ্ধং দেহি বুলি বাজু পাতিলেই সুবসুৰকৈ এক যোজন ভূমি এৰি দি পিঠিত হাত বুলায়। সেইদেখি বিধাতাই দিয়া ব্ৰহ্মপুত্ৰ ভূভাগ অসমীয়া ভাষাৰ অখণ্ড এলাকাৰূপে ৰাখিবলৈ হলে জাগি শোৱাৰ আৱশ্যকতা সময় থাকোতেই উপলব্ধি কৰাটো বাচি থকাৰ লক্ষণ হব। এই পৃথক্ অস্তিত্বকামী প্ৰকল্পবোৰে কাৰ উচটনিত ৰূপ লৈছে, কাৰ স্বাৰ্থসিদ্ধিৰ সম্ভাৱনাই জড়িত মহলক দিশ-কণা কৰিছে, কোন বিদেশী ৰাষ্ট্ৰৰ সূক্ষ্মাহস্তাৱলেপে এই আলোড়নবোৰৰ উৎসাহ বঢ়াইছে, সেইবোৰ উৰহী গছৰ ওৰ বিচাৰি আমি সাহিত্যসেৱীসকল হাবাথুৰি খাব নোখোজোঁ। সেইবোৰ জনাৰ পৰা আমাৰ বিপদ লঘু নহয়, উদ্বেগৰ গভীৰতাও নকমে। আমি খাৰাংখাচ ইয়াকে বুজোঁ- ব্ৰহ্মপুত্ৰ-ভূভাগক আমি খণ্ডিত হবলৈ এৰি দিব নোৱাৰোঁ আৰু নিদিও।

এই সংক্ৰান্তত আমাৰ কৰ্ত্তব্য দুটা হব পাৰে—

(১) প্ৰচাৰ আৰু সৌহাৰ্দ্দ্যপূৰ্ণ আলোচনা আৰু বুজাবুজিৰ মাজেদি এনে পৃথক্‌কামিতাৰ গুৰিকথা কি জানিবলৈ চেষ্টা কৰা। যিবোৰ কাৰণত পৃথককামীসকলৰ অসন্তোষ জন্মিছে আৰু অভিমান বা নিৰাশাত আঁতৰি যোৱাকে একমাত্ৰ উপায় বুলি ঠাৱৰ কৰিছে তেনে যুক্তিপূৰ্ণ তথ্যৰ ওপৰত প্ৰতিষ্ঠিত অভাৱ-অভিযোগবোৰ অলপ ত্যাগ স্বীকাৰ কৰি হলেও আঁতৰাবলৈ চেষ্টা কৰাটো ৰাষ্ট্ৰৰ কল্যাণকামীলোকৰ উচিত কৰ্ত্তব্য হব।

(২) প্ৰথমোক্ত নীতি আৰু কাৰ্য্যপদ্ধতি বিফল হলে প্ৰতিবাদ আৰু অসহযোগৰ বাহিৰে গত্যন্তৰ নাথাকিব। আমি সকলোৰে একযোগে বিপৰীত কণ্ঠে ধ্বনি তুলি এই পৃথককামিতাৰ গতিৰোধ কৰিব লাগিব। যিবোৰ অঞ্চলৰ পৰা পৃথককৰণৰ দাবী উঠিছে সেই অঞ্চলত পৃথককামীসকলেই একচেটিয়া অধিবাসী নহয়। সেইবোৰ ঠাইত সকলো সম্প্ৰদায়ৰ মানুহে খিলঞ্জীয়াকৈ বহুকালৰ পৰা বাস কৰিছে।

সেইবোৰ অঞ্চলৰ ওপৰত দৈৱ-স্বত্ব কাকো কোনেও দিয়া নাই। ঐতিহাসিক হকো কাৰো ক'তো নাই, থাকিলেও সি আজিৰ যুগত অচল। এই ভূখণ্ডবোৰ কোন বেতনিত পৰা ঔ যে বাকী অধিবাসী-বিলাকে তেওঁলোকৰ নামত বাসুদেৱায় নমঃ কৰিব ? গিৰিমালাবেষ্টিত ব্ৰহ্মপুত্ৰ তটভূমি এক অখণ্ড, অবিভাজ্য আৰু স্বাভিমানযুক্ত ৰাজ্য হৈ ভাৰতমাতাৰ মুকুটমণিস্বৰূপে আপ্ৰলয় বৰ্ত্তি থাকিব লাগিব।

অসম সাহিত্য সভাৰ সাংগঠনিক দিশৰ বিষয়ে দুআষাৰ কৈ এই ভাষণৰ সামৰণি মাৰিম। এই সভাৰ দুটা স্বৰূপ, একেটা মুদ্ৰাৰ ইপিঠি-সিপিঠি। এটা স্বৰূপেহে ই অসমৰ ভাষা-সংস্কৃতিৰ আৰু সেই সংক্ৰান্ত স্বাৰ্থৰ পহৰীয়া অনুষ্ঠান। আনটো স্বৰূপেৰে ই এখন বিদ্বৎ-পৰিষদ, ভাষা-সাহিত্যৰ সংবৰ্দ্ধন আৰু গবেষণাৰ সংস্থা। এই যোৰ-নাও একেপাট গুৰি-বঠাৰে মাৰিবলৈ যাওঁতে কেতিয়াবা যে বাহুবলৰ নাটনি পৰা নাই এনেও নহয়। সাহিত্য সভাৰ বছেৰেকীয়া অধিবেশন হৈ যোৱাৰ পিচত কাগজে পত্ৰে এটা অনুযোগ পোৱা যায় যে সাহিত্য সভাৰ একোটা অধিবেশনে একোখন বৃহৎ মেলাৰ ৰূপ ধাৰণ কৰিছে, সাহিত্য সভা মেলামুখী হৈ পৰিছে। এইটো নিশ্চয় অসন্তোষৰ বেগত কোৱা অতিৰঞ্জিত কথা। এই সমালোচনাৰ অতিৰঞ্জনাখিনিলৈ আওকাণ কৰিলেও তাত ব্যক্ত হোৱা অসন্তোষখিনি উলাই কৰিব নোৱাৰি। সাহিত্য সভাই দৰ্শক আৰু প্ৰতিনিধিসকলৰ আশা-আকাঙ্ক্ষা হেঁপাহ পলোৱাকৈ পূৰাব পৰা নাই যদি অসন্তোষৰ ভাৱে গা কৰিবই। পিচে গণতান্ত্ৰিক ভেঁটিত সংগঠিত এটা বিৰাট অনুষ্ঠানে হঠাতে ডাঙৰ সাহিত্য সৃষ্টি কৰি দিয়া দৃষ্টান্তৰ কথা আমি নাজানো। উৎকৃষ্ট সাহিত্য সৃষ্টি হয় ব্যক্তিগত প্ৰতিভাৰ স্ফুৰণত। সাহিত্য সভাৰ নিচিনা অনুষ্ঠানে উদগনি দিব পাৰে, সুযোগ সুবিধাৰ পৰিবেশ এটা নিৰ্ম্মাণ কৰিব পাৰে। অলপ উদ্দীপনা, আশা আৰু কৰ্ম্মপ্ৰেৰণা এই বছেৰেকীয়া সঙ্গম আৰু সমাৰোহে বিকীৰণ কৰি আহিছে। অসমীয়া



ভাষা-সংস্কৃতি আৰু তৎ-সংক্ৰান্ত স্বাৰ্থৰ হৈ নিঃসঙ্কোচে দৃপ্তস্বৰে 'শৃন্বন্তু সৰ্বে' বুলি ৰিঙিয়াবলৈ এই সভাৰ একোটা অধিবেশনে উচ্চ পৰ্ব্বতশৃঙ্গ সদৃশ কাম কৰিছে। ৰাজনৈতিক সংস্থাবোৰে যিবোৰ কথা কবলৈ দলৰ স্বাৰ্থত থেৰোগেৰো কৰে বা কলেও বল দি কব নোখোজে সেইবোৰ কথা সাহিত্য সভাই খোলা-খুলিভাৱে দহদহীয়াকৈ কৈ আহিছে। এই দুটা কাম সাহিত্য সভাৰ অধিবেশনে সাধন কৰি আহিছে। গতিকে সাহিত্য সভাৰ আড়ম্বৰপূৰ্ণ বছেৰেকীয়া সমাৰোহক কোনোৱে যদি মেলা বুলি বৰ্ণনা কৰে আমি প্ৰতিবাদ নকৰোঁ। মেলা হলেও ই এখন লাগতিয়াল অথচ প্ৰাণদায়িনী মেলা, ইয়াৰ সাৰ্থকতা অনুভৱসিদ্ধ।

সঙ্গীত, বিজ্ঞান, বুৰঞ্জী আদি শাখা অধিবেশনৰ প্ৰয়োজন আজি নোহোৱাৰ নিচিনা হৈছে। এসময়ত এইবোৰৰ সাৰ্থকতা আছিল; কাৰণ তেতিয়া এই বিষয়বিলাকৰ সুকীয়া সংগঠন আৰু সংস্থা অসমত নাছিল। এতিয়াৰ দিনত সঙ্গীত নাটক একাডেমি, বিজ্ঞান-সমাজ, পুৰাতত্ত্ববিভাগ আদিয়ে নিজ নিজ আঁচনি অনুসাৰে কাম হাতত লৈছে। সাহিত্য সভাই বছেৰেকৰ মুৰত শাখা অধিবেশন নাপাতিলেও একো হানি নহয়। তাৰ ঠাইত অসমীয়া সাহিত্যৰ বিভিন্ন দিশৰ আলোচনাৰ কাৰণে প্ৰতিবছৰে কেইটামান বিষয়ৰ শাখা সভা পাতিব পৰা যায়। এনে বিভাগীয় অধিবেশনৰ কাৰণে প্ৰতিবছৰে তিনি-চাৰিটা বিষয় বাচি লব পাৰি। এইদৰে দৰ্শন, বিজ্ঞান, লোকসাহিত্য, বৈষ্ণৱ সাহিত্যৰ একোটা ধাৰা, উপন্যাস, নাটক আদি একোটা বিষয় লৈ একোখন বিভাগীয় অধিবেশনৰ ব্যৱস্থা কৰি প্ৰতিবছৰে তিনি-চাৰিটাকৈ বিষয় ললে সাহিত্য সভাত প্ৰকৃত সাহিত্যৰ আলোচনা আৰু সমীক্ষা কৰাৰ সুযোগ ওলাব। সাহিত্য সভাত সাহিত্যৰ বাহিৰে সকলো আলোচনা হয়' এনে ধৰণৰ কটু সমালোচনাৰ হাত সাৰিবৰো উপায় হব।

আমাৰ শাখা সভাবোৰৰ কিছুমানে বোলে বছেৰেকৰ মূৰত

এবাৰহে সাৰ পাই চকু মেলি চায়। এই অনুযোগ মাজে মাজে শুনিবলৈ পাওঁ, কিমান সঁচা নাজানো। যদি সঁচাও হয় শাখা সভাবোৰৰ গাত দোষ দিব নোখোজোঁ। শাখাৰ সুনিৰ্দ্দিষ্ট ৰচনাত্মক কাৰ্য্যক্ৰম নাথাকিলে শাখা সভাবোৰ কাৰ্য্যপৰ হব নোৱাৰে। দুই-এটা 'দিন-পালন', এখন বছেৰেকীয়া অধিবেশনতে কৰণীয় শেষ হ'ল বুলি ভাবিবলৈ তেওঁবিলাক বাধ্য হয়। শাখা সভাৰ হাতত কি কি আদত কাম গতাই দিব পাৰি, কি আঁচনি দিলে শাখাবিলাক গোটেই বছৰ ব্যাপৃত আৰু কাৰ্য্যপৰ হৈ থাকিবলৈ বাধ্য হয় তাক চিন্তা কৰি কাৰ্য্যনিৰ্ব্বাহকে এটা সুপৰিকল্পিত নিৰ্দ্দেশ দিয়া উচিত হব।

এই আসনত অধিষ্ঠিত হৈ যোৱা পূৰ্ব্ব সুৰিসকলে বহুত প্ৰয়োজনীয় সুচনি আৰু কৰণীয়ৰ ইঙ্গিত দি গৈছে। সেইবোৰ দোহাৰিবৰ প্ৰয়োজন নাই। কি কাম কৰা উচিত তাক নজনাৰ কাৰণে কাম নোহোৱাকৈ পৰি থকা নাই—কৰ্ত্তব্যৰ বিষয়ে অৱহিত থাকিও নানা অসুবিধাত তাক পালন কৰিব নোৱাৰি। সেই অসুবিধা-বোৰ দূৰ কৰাৰ উপায়হে চিন্তা কৰিব লাগে। সেই অসুবিধাবোৰৰ ভিতৰত অকল আৰ্থিক অনাটনেই বৰ্ত্তমান সাহিত্য সভাক বৰ-সবাহলৈ মন কৰা অথচ হাতত বিত নথকা দুৰ্ভগীয়া অৱস্থাত পেলাইছে। আমাৰ ধন ভাণ্ডাৰ সমৃদ্ধ কৰিব নোৱাৰিলে সম্প্ৰতিকে কোনো কামত হাত দিবলৈ সাহস কৰা বৃথা। এনেহে মনত লাগে যেন দুবছৰমানলৈ অধিক ব্যয় কৰিব লগা কোনো আঁচনি হাতত নলৈ কেৱল ধনৰ পুঁজি শকত কৰাকে একমাত্ৰ কৰণীয়ৰূপে গ্ৰহণ কৰি কামত লাগিব লাগে। তাৰ কাৰণে এই অধিবেশনতে এটা সুপৰিকল্পিত কাৰ্য্যক্ৰম স্থিৰ কৰি লোৱাৰ দিহা কৰি লোৱা উচিত হব। এই কামকে সকলো কামৰ ৰজা বুলি ভাবি হৈ অহা দুবছৰ সাহিত্য সভাই দেহে-কেহে লাগিলে আৰ্থিক স্থিতি টনকিয়াল কৰা একো ডাঙৰ কথা নহব। অসম চৰকাৰেও এই প্ৰচেষ্টাত



আমাক নিশ্চয় নিৰাশ নকৰিব। এখন বিশ্ববিদ্যালয়ক চৰকাৰে বছৰি যিমান দিয়ে সাহিত্য সভাই তাৰ চতুৰ্থাংশ বাৰ্ষিক অনুদান প্ৰতিবছৰে পোৱা উচিত।

অসমীয়া ভাষা-সাহিত্য আৰু সংস্কৃতিক মহিমোজ্জ্বল পথেদি আগবঢ়াই দিয়াই অসম সাহিত্য সভাৰ কৰ্ম্ম; কিন্তু এটা আপোন-গোট মূৰ্ত্তি ধৰি সৰ্ব্বভাৰতীয় সাংস্কৃতিক এষণাৰ জ্যোতিপথৰ পৰা নিজকে আঁতৰাই ৰাখি এই সভাই পূৰ্ণগতিৰে উধাব নোৱাৰিব। অসমীয়া সংস্কৃতিত ভাৰতীয় সংস্কৃতিৰ পৰমসত্তা অনুস্যূত হৈ আছে, থাকিলেও অসমীয়াত্ব বুলি এটা স্বকীয়া অস্মিতাও সকলো দিশতে পৰিস্ফুটভাৱে অনুভূত হয়। এক দেৱতাত্মা হিমালয়ৰ পৰাই বিগলিত হৈ অহা গঙ্গা আৰু ব্ৰহ্মপুত্ৰই ভাৰতৰ সমতলভূমিক স্বৰ্ণশালিনী কৰিছে, তথাপি গঙ্গা মাই আৰু বাবা ব্ৰহ্মপুত্ৰৰ স্বকীয়া ব্যক্তি-মহিমা আছে তাক দেখোতাই চিনে আৰু ভাবোঁতাই বুজে। সৰ্ব্বভাৰতীয় শাস্ত্ৰৰত্ন গীতা-ভাগৱতৰ পৰা আনি একে ভক্তিধৰ্ম্মকে শ্ৰীমন্ত শঙ্কৰদেৱে অসমত প্ৰচাৰ কৰি গল, তথাপি সেই ধৰ্ম্মত স্বকীয়া মহিমাৰে অসমীয়া ৰূপটো সমুজ্জ্বল হৈ আছে। মহাপুৰুষজনাই ভাৰতীয়ত্ব আৰু অসমীয়াত্ব দুয়োটাৰে সাৰাৎসাৰ উপলব্ধি কৰিছিল আৰু সেই কাৰণেই স্বীয় উন্মেষশালিনী প্ৰতিভাৰে তাৰ যুগলৰূপ মূৰ্ত্তিমান কৰি তুলিব পাৰিছিল! আজিও আমি দুয়োটাকে চিনি লব লাগিব, দুয়োটাৰে লৰণুখিনিত পূৰ্ণ আস্থা আৰু স্বাভিমান ৰাখিব লাগিব। বিশ্বমানৱতা আৰু এক পৃথিবীৰ এক সংস্কৃতিৰ জয়গানো গাম; কিন্তু পৃথিবী এক হলেও বিচিত্ৰ। এক বিশ্বসংস্কৃতিয়েও বিকাশ পাব ভাৰতীয়ত্ব আৰু অসমীয়াত্বৰ আধাৰ-ভূমিত। গতিকে এই দুই আপোন সংস্কৃতিৰ মহিমা আমি চিনিবই লাগিব। তাক এৰিলে আমাৰ সাহিত্য-সাধনাই ঠেকু হেৰুৱাব, আমাৰ আদৰ্শ নিষ্ঠাও বায়ুভূত নিৰালম্ব হৈ পৰিব। মুখেৰে অসমীয়া বুলি ৰিক্ত-গৌৰৱত ওফন্দি থাকিলেও একো নহয়, যদি

অসমীয়া জীৱনৰ গুহা-নিহিত অসমীয়াত্বক চিনি আৰু বুজি নাপাওঁ। সাহিত্য সভাই উঠি অহা সাহিত্য-সাধকক এই দিশেদি বাট পোনাই দিব পাৰিব। এই আদৰ্শেৰে নিজৰ অগ্ৰগতিৰ পথ জ্যোতিৰ্ম্ময় কৰি লব পাৰিলে অসমীয়া সাহিত্যই ভাৰতীয় সাহিত্য আৰু কালত গৈ বিশ্বসাহিত্যৰ দৰবাৰতো যোগ্য আসন লাভ কৰিবলৈ সমৰ্থ হব। অসমীয়া সাহিত্যৰ গৌৰৱে ভাৰতীয় সাহিত্যকে মহিমান্বিত কৰিব। ভাৰতীয় সাহিত্যৰ সাগৰেদি বিশ্বৰ মহাসাগৰতো মহাবাহু ব্ৰহ্মপুত্ৰৰ দৰে অসমীয়া সাহিত্যই সম্ভাৰ নিবেদন কৰিব।

ৰাইজলৈ আকৌ এবাৰ সেৱা জনাই এই ভাষণৰ সামৰণি মাৰিলোঁ। ইতি—

শ্ৰীতীৰ্থনাথ শৰ্ম্মা

# অসমীয়া সাহিত্যত লোক-সংস্কৃতিৰ প্ৰভাৱ

অসম সাহিত্য সভাৰ আঠত্ৰিশ সংখ্যক অধিবেশন উপলক্ষে মাকুমত সমবেত হোৱা চিৰ চেনেহী ভাষা জননীৰ সেৱক-সেৱিকাসকললৈ মই মোৰ সাদৰ সম্ভাষণ জনাইছোঁ। আজি আমাৰ আলোচনা-চক্ৰৰ বিষয় হৈছে—অসমীয়া সাহিত্যত লোক-সংস্কৃতিৰ প্ৰভাৱ। এই বিষয়টি কিছু অস্পষ্ট যদিও, যথেষ্ট ব্যাপক, গভীৰ আৰু চিন্তাউন্মেষক বুলি মোৰ ধাৰণা হৈছে। মই মোৰ সীমিত জ্ঞানেৰে আৰু সীমাবদ্ধ পৰিসৰৰ মাজত লোক-সংস্কৃতি আৰু অসমীয়া সাহিত্যৰ ভিন ভিন সৃষ্টিত ইয়াৰ ৰূপায়ন সম্বন্ধেহে কেইটামান কথালৈ আঙুলিয়াব খুজিছোঁ মাথোন। অসমীয়া সাহিত্যত লোক-সংস্কৃতিৰ ৰূপায়ণবোৰকে এটা দৃষ্টিৰে প্ৰভাৱ বুলিব পাৰি।

লোক-সংস্কৃতি বুলিলে আমি কি বুজোঁ? জনগণ বা জনসাধাৰণৰ জীৱনধাৰা প্ৰকাশক আচাৰ-ব্যৱহাৰ, গীত-মাত, নৃত্য-বাদ্য, দৃষ্টান্ত-পটন্তৰ, সাধুকথা, আখ্যান, পিন্ধন-উৰণ, আ-অলঙ্কাৰ, পূজা-পাটল, খেতি-বাতি, বংধেমালি, জন-বিশ্বাস আদিৰ সামাজিক সমন্বয়কে লোক-সংস্কৃতি বা জন-সংস্কৃতি বুলিব পাৰি। লোক-সংস্কৃতি বা জন-সংস্কৃতি কেৱল গাঁওবাসী বা গঞা লোকৰ জীৱন-ধাৰাৰ প্ৰকাশকে নহয়, এয়া সৰ্ব্বসাধাৰণ তথা সমূহ ৰাইজৰ জীৱন-যাত্ৰাৰ প্ৰতিফলন। আদিম জীৱন-যাত্ৰাৰ পৰা মানুহে ক্ৰমে শিল্প আৰু বিজ্ঞানৰ উন্নয়নৰ ফলত উন্নত জীৱন নিৰ্ব্বাহৰ পথত আগবঢ়াৰ লগে লগে লোক-সংস্কৃতিৰ বিচিত্ৰ নিদৰ্শনবোৰো ক্ৰমে লোপ পাব ধৰিছে।

লোক-সংস্কৃতিৰ নিদৰ্শন-বাহনস্বৰূপে অতীত কালৰ পৰা শিলাঙ্কণ, খোদিত লিপি আৰু চিত্ৰ-কলা, ভাস্কৰ্য্য, কাৰুকাৰ্য্য, হস্ত-শিল্প, অস্ত্ৰ-শস্ত্ৰ, মুদ্ৰা-মোহৰ, সাজ-সৰঞ্জাম আৰু লোক-সাহিত্যৰ ওপৰত আমি নিৰ্ভৰ কৰি আহিছোঁ—কিন্তু এই নিদৰ্শন-বাহনবোৰ আংশিক আৰু অসম্পূৰ্ণ বাবে ইবোৰৰ দ্বাৰা পৃথিবীৰ লোক-সংস্কৃতিৰ সম্যক পৰিচয় দিব নোৱাৰি, অৱশ্যে এই বিষয়ত নানা ফালৰ পৰা প্ৰচেষ্টা চলাই থকা হৈছে। নৃতাত্ত্বিক অনুসন্ধান, প্ৰত্নতাত্ত্বিক খনন কাৰ্য্য, জীৱ-বৈজ্ঞানিক গৱেষণা আদিৰ উপৰিও ভূগোল, ভাষা-বিজ্ঞান, লোক-সংহতি ( ফ'ক কালচাৰ ) তথা লোক-কথা ( ফ'কল'ৰ ), সাহিত্য-সঙ্গীত, মনস্তত্ব, বুৰঞ্জী আদিৰ জৰিয়তে অতীতৰ পৰা বৰ্ত্তমানলৈকে জন-সাধাৰণৰ জীৱন-যাত্ৰা আৰু জন-মানসৰ লেখ-জোখ লবলৈ চেষ্টা কৰা হৈছে। আমেৰিকা, ইউৰোপ আৰু ভাৰতত লোক-সংস্কৃতিৰ বিভিন্ন দিশৰ ওপৰত অধ্যয়ন চলি আছে; মৰিচ ব্লুম্‌ফিল্ড, ফ্ৰাঞ্জ বোজ, ষ্টিথ্, টম্‌চন আদি লোক-সংস্কৃতিবিদ্‌সকলৰ ভাষাগত, নৃতাত্ত্বিক তথা লোক-কথামূলক গৱেষণা পদ্ধতিৰ বিভিন্নতা আৰু উপযোগিতাৰ বহুল আলোচনা নকৰাকৈয়ে আমি মাথোন অনুভৱ কৰোঁ যে পৃথিবীৰ লোক-সংস্কৃতিৰ অক্ষয় ভাণ্ডাৰ উদ্ঘাটন কৰিবলৈ এতিয়াও বহুত বাকী। ভাৰতৰ লোক-সংস্কৃতি পৃথিবীৰ লোক-সংস্কৃতিৰ লগত জড়িত বৈশিষ্ট্যপূৰ্ণ অধ্যয়নৰ বিষয় আৰু অসমৰ লোক-সংস্কৃতিও ভাৰতৰ লোক-সংস্কৃতিৰ লগত সমন্বিত এটি আকৰ্ষণীয় জ্ঞানৰ সঁফুৰা।

## অসমৰ লোক-সংস্কৃতিৰ উৎস ঃ জনগণ

অসমৰ লোক-সংস্কৃতিৰ উৎস হ'ল—যুগে যুগে পূব ভাৰতৰ লৌহিত্য, প্ৰাগ্‌জ্যোতিষ, কামৰূপ তথা অসমৰূপে অভিহিত পাহাৰ-ভৈয়ামেৰে বিস্তীৰ্ণ অঞ্চলটিৰ জনগণ আৰু তেওঁলোকৰ চৌপাশে থকা ভৌগোলিক তথা সামাজিক পৰিবেশ। এনে ভৌগোলিক অথবা প্ৰাকৃতিক পাৰিপাৰ্শ্বিকতা আৰু সামাজিক পৰিবেষ্টনীৰ মাজতে জনগণৰ জীৱনধাৰা তথা জন-মানসত নানা ঘাত-প্ৰতিঘাতৰ প্ৰতিক্ৰিয়াস্বৰূপে সংস্কৃতিৰ বিকাশ ঘটিছে। অসমৰ জনগণ বা লোক-সমষ্টিৰ পৰিচয় পালেহে লোক-সংস্কৃতিৰ বিভিন্ন বিন্যাস বা স্তৰৰ আভাস পোৱা যাব। অসমৰ লোক-সমষ্টি গঠনত জাতিগত দৃষ্টিৰে চালে নেগ্ৰিটো, প্ৰট-অষ্ট্ৰেলইড, মঙ্গলইড, মেডিটেৰেনীয়ান আৰু নৰ্ডিকসকলৰ বৰঙণি আছে। নেগ্ৰিটো জাতিৰ সঁচ অসম আৰু নগাভূমিৰ নগাসকলৰ মাজত আছে বুলি ডক্টৰ সুনীতি কুমাৰ চট্টোপাধ্যায়ে 'কিৰাট-জন-কৃতি' গ্ৰন্থত অভিমত দিছে। প্ৰট-অষ্ট্ৰেলইড জাতিয়ে অষ্ট্ৰিক গোষ্ঠিৰ ভাষা ব্যৱহাৰ কৰি আহিছে। অসম তথা মেঘালয়ৰ খাছি আৰু জয়ন্তীয়া (ছিন্‌টেং) সকল ভাষাৰ ফালৰ পৰা অষ্ট্ৰিক গোষ্ঠিৰ যদিও জাতিতত্ত্বৰ দৃষ্টিৰে মঙ্গলইড বা কিৰাত। অসমত বাস কৰা চাওঁতাল, মুণ্ডা, ওৰাওঁ, গোণ্ড (গোঁড়), কুৰ্ম্মি আদি অপেক্ষাকৃতভাৱে নৱাগত চাহ বাগানৰ বনুৱাসকল প্ৰট-অষ্ট্ৰেলইড জাতিৰ অষ্ট্ৰিক ভাষাভাষী। মেডিটেৰেনীয়ান জাতিৰ লোকসকল তামিল, তেলুগু, মালায়ালম, কানাড়ী আদি দ্ৰাবিড়ী ভাষা-ভাষী; অসমৰ চাহবাগান, কয়লা খনি অঞ্চলৰ বনুৱাসকলৰ মাজত মেডি-টেৰেনীয়ান অৰ্থাৎ দ্ৰাবিড়ী লোক আছে। আদি, অকা, মন্‌পা, ডফলা, মিৰি বা মিচিং, মিচিমি, বড়ো-কছাৰী, ডিমাছা-কছাৰী, সোণোৱাল কছাৰী, লালুং, ৰাভা, মিকিৰ, দেউৰী-চুতীয়া, মিজো, গাৰো, চিংফৌ, নগা আদি মঙ্গলইড বা কিৰাত জাতিৰ লোক আৰু ভাষাৰ ফালৰ পৰা চীন-তিব্বতীয় গোষ্ঠিৰ তিব্বত-বৰ্মী শাখাৰ বিভিন্ন ভাষাভাষী। অসম, নগাভূমি, উত্তৰ-পূব সীমান্ত অঞ্চল, মেঘালয় আৰু চুবুৰীয়া কোচবিহাৰ, উত্তৰ বঙ্গ আৰু অন্যান্য অঞ্চলত এই মঙ্গইলড বা কিৰাত লোকসকলৰ প্ৰাচীন বসতিয়ে পূব ভাৰতৰ লোক-সংস্কৃতিত বিচিত্ৰতা দান কৰিছে। খামতি, টুৰুং, নৰা, ফাকিয়াল, (টাই ফাকে), দোৱনীয়া আদি লোকসকলো মঙ্গলইড বা কিৰাত জাতিৰ চীন-তিব্বতীয় টাই-শ্যামীয় ভাষাভাষী।

চীন-তিব্বতীয় টাই-শ্যামীয় ভাষাভাষী আহোমসকলে অসমত কেবা শ বছৰ ৰাজত্ব কৰি পূব ভাৰতত নানা কীৰ্ত্তি-কলাপ, ভাস্কৰ্য্য, চিত্ৰকলা, শাসন-ব্যৱস্থা, বুৰঞ্জী প্ৰণয়ন পদ্ধতি আদিৰে লোক-সংস্কৃতিৰ ক্ষেত্ৰত বিশিষ্ট অৰিহণা যোগাই আৰ্য্যমূলজ অসমীয়া ভাষা গ্ৰহণ কৰি সাংস্কৃতিক সমন্বয়ৰ উৎকৃষ্ট চানেকি দাঙি ধৰিছে। মঙ্গলইড বা কিৰাত জাতিৰ বহুসংখ্যক লোকে নৰ্ডিক বা আৰ্য্যসকলৰ ক্ষীণ প্ৰৱাহক শক্তিমন্ত কৰি পূব ভাৰতৰ সমাজ, ধৰ্ম্ম, সংস্কৃতিক বিচিত্ৰ কৰি তুলিছে। আহোমসকলৰ পূৰ্ব্বে এই অঞ্চলত মৰাণ, বৰাহী, চুতীয়া আৰু কছাৰী নামেৰে কিৰাত লোকে ৰাজ্য পাতি বাস কৰিছিল বুলি বুৰঞ্জীত স্পষ্টকৈ লিখা আছে। অসমৰ আৰ্য্য ভাষাভাষী অৰ্থাৎ অসমীয়াভাষী লোকসকলৰ মাজত নৰ্ডিক জাতিৰ তেজ কিমান পৰিমাণে আছে—সেয়া নৃতাত্ত্বিক বিশ্লেষণৰ বিষয়। ব্ৰাহ্মণ, কায়স্থ, কলিতা আদি নৰ্ডিক জাতিসম্ভূত অসমীয়া আৰ্য্যভাষী লোকে কিৰাত, অষ্ট্ৰিক আৰু দ্ৰাবিড়ীলোকৰ মাজত যুগ যুগ ধৰি বাস কৰি আহিছে আৰু সেয়েহে কামৰূপ-কামাখ্যাৰ মহিমামণ্ডিত পুব-ভাৰতত কৈৰাতজ বা কিৰাতসম্ভূত ধৰ্ম্মই প্ৰাধান্য লাভ কৰিছে।

## লোক-সমষ্টিৰ জীৱনধাৰা

অসমৰ লোকসমষ্টিৰ জীৱনধাৰাত তেৰ শতিকাৰ আদি ভাগত টাই-শ্যামীয় ভাষাভাষী আহোমৰ আগমন আৰু চুতীয়া, মৰাণ, বৰাহী, কছাৰী, কোঁচ, জয়ন্তীয়া, মণিপুৰী, ত্ৰিপুৰী আদি লোকৰ লগত ৰাজকীয় সম্বন্ধ স্থাপন কৰি বসবাস, চৈধ্য-পোন্ধৰ শতিকাৰ পৰাই ইণ্ডো-ইৰাণীয় ভাষাভাষী মুছলমানসকলৰ বসতি আৰু সংমিশ্ৰণ বুৰঞ্জী স্বীকৃত ঘটনা আৰু লোক-সংস্কৃতিৰ ক্ষেত্ৰত এই ঘটনাৰ প্ৰভাৱ সুদূৰপ্ৰসাৰী। আহোম ৰাজত্ব কালতে শিখসকল অসমলৈ আহি বসবাস কৰে আৰু থলুৱা লোকৰ লগত সংস্পৰ্শ ঘটে। ঊনৈশ শতিকাৰ আগভাগত মানৰ আক্ৰমণৰ কাৰণে অসমীয়া লোক-সমষ্টিৰ মাজত ব্যাপক প্ৰব্ৰজন হৈছিল আৰু থলুৱা সমাজ-সংস্কৃতি থৰক-বৰক হৈ পৰিছিল। ইয়াৰ পিচতে বৃটিছসকলৰ অসমলৈ আগমন আৰু ইষ্ট ইণ্ডিয়া কোম্পানীৰ যোগেদি ৰাজত্ব স্থাপনৰ লগে লগে ইউৰোপ-আমেৰিকাৰ খৃষ্টান পাদুৰী আৰু অন্যান্য বিদেশী লোক অসমলৈ আহিল। খৃষ্টান পাদুৰীৰ প্ৰচাৰ আৰু থলুৱা সামাজিক পৰিবেশৰ প্ৰভাৱত অসমৰ কিছুসংখ্যক জনজাতীয় আৰু অ-জনজাতীয় লোক খৃষ্টান ধৰ্ম্মত দীক্ষিত হ'ল—ইয়াৰ ফলস্বৰূপে এই জনজাতীয় খৃষ্টান আৰু অন্যান্য খৃষ্টান লোকবোৰৰ মাজৰ পৰা থলুৱা লোক-সংস্কৃতিৰ কিছুমান বৈশিষ্ট্য, কৌলিক ধৰ্ম্মবিশ্বাস তথা জনবিশ্বাস আঁতৰি গ'ল। বৃটিছ ৰাজত্বৰ লগে লগে শিক্ষা, যাতায়াত, বেহা-বেপাৰ, শিল্প-উদ্যোগ, ৰেল-জাহাজ আদিৰ বহুল প্ৰচলন হোৱাৰ ফলত ভাৰতবৰ্ষৰ বিভিন্ন প্ৰদেশ আৰু অঞ্চলৰ লোক অসমলৈ জীৱিকা, চাকৰি, খেতি-বাতি, বেহা-বেপাৰ আদি কাৰণত আহিল, অসমৰ পাহাৰ-ভৈয়ামৰ নগৰ-গাঁও অঞ্চলত বঙালী, মাৰোৱাৰী (ৰাজস্থানী), পঞ্জাবী, নেপালী, বিহাৰী আদি মানুহ হিন্দু, ইচলাম, শিখ-জৈন আদি ভিন্ ভিন্ ধৰ্ম্মমত লৈ অসমত থিতাপি ললেহি। যুগে যুগে অসমলৈ নেগ্ৰিটো অষ্ট্ৰিক, দ্ৰাবিড়, কিৰাত, আৰ্য্য লোকৰ আগমন আৰু বসতিৰ দৰে বৰ্ত্তমান যুগতো দেশী-বিদেশী নানা লোকে, বিচিত্ৰ জীৱনধাৰা, ভাষা-সংস্কৃতি আৰু ধৰ্ম্ম লৈ এই ৰাজ্যত প্ৰবেশ কৰি আছে ; ইয়াৰে কিছুমানে অসমৰ মাটি-বাৰী, বেহা-বেপাৰত খামোচ মাৰি ধৰি থলুৱা লোকৰ লগত মিলিজুলি সাংস্কৃতিক আদান-প্ৰদান কৰিছে আৰু আন কিছুমান এই ৰাজ্যত ধন আৰ্জ্জি আংশিক কাল বাস কৰি নিজ ৰাজ্যলৈ গুচি গৈছে। অসমৰ লোক-সংস্কৃতি লুইতৰ দৰে বোৱতী গতিধাৰা হৈ প্ৰাক্-ঐতিহাসিক কালৰ পৰা জন-জীৱনৰ অভিব্যক্তিস্বৰূপে পাহাৰে-ভৈয়ামে বিৰাজ কৰি আছে। অসমৰ লোক-সংস্কৃতিৰ সিঁচৰতি হৈ থকা সোণ-চেকুৰাবোৰ এতিয়াও সম্পূৰ্ণভাৱে সংগ্ৰহ কৰিব পৰা নাই। তথাপি গাইগুটীয়াভাৱে আৰু দুই-এক আনুষ্ঠানিক উপায়েৰে লোক-সংস্কৃতিৰ চৰ্চ্চা অসমত সামান্যভাৱে চলি আছে।

## অসমীয়া সাহিত্যত লোক-সংস্কৃতিৰ বৰ্ণনা

দুখৰ বিষয়, অসমীয়া সাহিত্যৰ পূৰ্ণাঙ্গ বুৰঞ্জী এখন এতিয়ালৈকে প্ৰণীত আৰু প্ৰকাশিত হোৱা নাই। সেইবাবে মৌখিক বা আদি-যুগৰ জন-সাহিত্যৰ পৰা কুৰি শতিকাৰ আধুনিক সাহিত্যলৈকে বোৱতী সুঁতিৰ সম্পূৰ্ণ লেখ-জোখ লোৱা সহজ কথা নহয়। তথাপি অসমীয়া সাহিত্যৰ যিবোৰ চানেকি আৰু সৃষ্টি এতিয়ালৈকে লিখিত অথবা সিঁচৰতি হৈ আছে; সেইবোৰত লোক-সংস্কৃতিৰ কিমান পৰিমাণে বৰ্ণনা অথবা উল্লেখ আছে—সেইবোৰ চালি-জাৰি চাব-লগীয়া। অসমীয়া সাহিত্যত লোক-সংস্কৃতিৰ ৰূপায়ণ গীত-পদ, সাধুকথা, ফকৰা-যোজনা, কবিতা, গল্প, উপন্যাস, নাটক, ৰচনা-আলোচনাৰ মাজত হোৱা দেখা যায়। এই বিষয়ৰ পুঙ্খানুপুঙ্খ বিচাৰ-বিশ্লেষণ আৱশ্যকতা আছে বুলি ভাবোঁ। তেনে বিচাৰ-বিশ্লেষণৰ আগ্ৰহশীল সাহিত্যসেৱীসকললৈ এৰি মোৰ মনত উদয় হোৱা নিদৰ্শনকেইটামান সম্প্ৰতিকৈ দাঙি ধৰিলোঁ। অসমীয়া সাহিত্যৰ ভিন্ ভিন্ ঠাইত লোক-সংস্কৃতিৰ যিবোৰ বৰ্ণনা উল্লেখ আৰু ৰূপায়ণ ঘটিছে—সেইবোৰক জন-জীৱনৰ অভিজ্ঞতাস্বৰূপে সাহিত্যৰ ওপৰত প্ৰভাৱ বুলি ধৰিব পাৰি। অসমীয়া সাহিত্যৰ মৌখিক যুগত লোক-সংস্কৃতিৰ ৰূপায়ণ বেছি পৰিমাণে হৈছিল। চৰ্য্যাপদ, মন্ত্ৰ সাহিত্য, বিবিধ নাম-গীত, নিচুকনি, কাহিনী-গীত, বিহুগীত, বনঘোষা, হুঁচৰি, সাধুকথা, ফকৰা-যোজন, পটন্তৰ আদিৰ মাজেদি জনসাধাৰণৰ জীৱনৰ আশা-আকাঙ্ক্ষা, আচাৰ-ব্যৱহাৰ, জনবিশ্বাস আৰু জন-মানসৰ পৰিচয় পোৱা যায়।

## মৌখিক যুগৰ সাহিত্যত লোক-সংস্কৃতি

মৌখিক বা আদি যুগৰ অসমীয়া সাহিত্য ঘাইকৈ অলিখিত ৰূপতে জনসাধাৰণৰ মুখে মুখে বাগৰি স্মৃতিৰ সঁফুৰাত ভৰাই ৰখা



হৈছিল। জনসাধাৰণৰ বাবে জনসাধাৰণৰ দ্বাৰা ঘাইকৈ ৰচিত সাহিত্যত জন-জীৱনৰ চিত্ৰ আৰু জনমানসৰ আবেগ-অনুৰাগ, হৰ্ষ-বিষাদ আদিয়ে ঠাই পায়। সেইফালৰ পৰা অসমীয়া বিহুগীত, বনঘোষা, বিয়ানাম, বিবিধ গীত আৰু সাধুকথা, ফকৰা-যোজনা-পটন্তৰসমূহ লোক-জীৱনৰ পৰিচায়ক। অজান ৰচক-ৰচয়িত্ৰীসকলে বনঘোষা, বিহুগীত, বিয়ানাম, সাধুকথা-ফকৰা আদি ৰচি গাওঁতে বা কওঁতে অজানিতে লোক-সংস্কৃতি ৰূপায়িত হৈছিল। সেয়েহে মৌখিক বা আদি যুগৰ সাহিত্যৰাজিৰ যিখিনি সংৰক্ষিত হৈছে—সেইখিনি লোক-সংস্কৃতিৰ সাধক-সাধিকাসকলৰ বাবে অতি মূল্যৱান।

## মন্ত্ৰ-সাহিত্যত লোক-সংস্কৃতি

অসমীয়া ভাষাৰ প্ৰাচীনতম লিখিত নিদৰ্শন ডক্টৰ বাণীকান্ত কাকতিয়ে চৰ্য্যাপদ আৰু শ্ৰীকৃষ্ণ-কীৰ্ত্তন পুথিত বিচাৰি পাইছে। বৌদ্ধ দোহা বা চৰ্য্যাবোৰত অসমীয়া দেহবিচাৰৰ গীতবোৰৰ দৰে ধৰ্মীয় আৰু তাত্ত্বিক বিচাৰ নিহিত আছে। চৰ্য্যাবোৰৰ ৰাগ-ৰাগিণীৰ লগত অসমীয়া বৰগীতৰ ৰাগ-ৰাগিণীৰ তুলনা হয়। চৰ্য্যা-বোৰৰ ৰচকসকলৰ ভিতৰত সিদ্ধাচাৰ্য্য মীননাথ কামৰূপৰ লোক বুলি যুক্তি দৰ্শোৱা হৈছে। অসমৰ মন্ত্ৰ-সাহিত্য আৰু বেজ-বেজালিৰ ক্ষেত্ৰত অথৰ্ববেদ, বৌদ্ধ আৰু হিন্দুসকলৰ তন্ত্ৰশাস্ত্ৰ আৰু জনজাতীয় ধৰ্মবিশ্বাসৰ সংমিশ্ৰণ ঘটিছে বুলি ডক্টৰ বিৰিঞ্চিকুমাৰ বৰুৱাই অভিমত দি গৈছে। অসমৰ মন্ত্ৰ-সাহিত্য জনসাধাৰণৰ ধাৰ্মিক আৰু লৌকিক বিশ্বাসৰ পৰিচায়ক। মন্ত্ৰৰ লগত বেজ-বেজালি, ধাৰণী মন্ত্ৰ, গাঁঠি বন্ধা, জৰা-ফুকা, তামোল-পাণৰ ব্যৱহাৰ, পানী-কটা, বিহলঙনি, সৰিয়হ আদিৰ ব্যৱহাৰ, ফুমৰা, হাত ফুৰোৱা, থুওৱা আদি নানা লৌকিক ক্ৰিয়া-প্ৰক্ৰিয়া জড়িত আছে। মন্ত্ৰ-সাহিত্যৰ বেছিভাগ এতিয়াও অপ্ৰকাশিত হৈয়ে আছে। যাদুবিদ্যা, তন্ত্ৰ-মন্ত্ৰৰ বাবে পুৰণি কালৰ পৰা প্ৰখ্যাত কামৰূপ-কামাখ্যাৰ দেশ অসম অঞ্চলত

পাহাৰ-ভৈয়ামত নানা জাতি-জনজাতিৰ মাজত প্ৰচলিত আৰু সংৰক্ষিত মন্ত্ৰ-সাহিত্যৰাজি লোক সংস্কৃতিৰ উজ্জ্বল চানেকি—

…"শুন শুন বিষ তোৰ জানো জন্ম জাতি।
ব্ৰহ্মাত হন্তে বিষ ভৈলা উতপতি ॥
সৃষ্টি কৰিবাক লাগি ব্ৰহ্মাৰ ভৈলা মন।
মৃত্তিকাৰ মনুষ্য সাজিলা তেতিক্ষণ ॥"
…'হুং হুঙ্কাৰ ছাড়ি যা লঙ্কাৰ পাৰ। নাহিবি মোৰ ৰোগীৰ সীমা সঞ্চাৰ।
সিদ্ধ গুৰুৰ পাৰ, ৰক্ষা কৰা কামৰূপৰ কামাখ্যা মাৰ ॥"

এনে ধৰণৰ মন্ত্ৰ সৰ্বঢাক কৰতি আদি পুথিৰ পৰা বেজে গোৰা শুনা যায়।

ইয়াৰ বাহিৰেও সম্মোহন, উচ্চাটন, মাৰণ, শোষণ, স্তম্ভন, শান্তি —এই ষটকৰ্ম আৰু শাও-শপত, আশীৰ্ব্বাদ আদি নানা সৰু-বৰ নিমিত্তত মন্ত্ৰৰ প্ৰয়োগ হয়। সৰ্প দংশনৰ চিকিৎসা, ভূত-প্ৰেত, পিশাচ-পিশাচিনী, যখ-যখিনী, বীৰা, খেতৰ-খেতৰী আদি অপদেৱতাৰ কুদৃষ্টিৰ পৰা ৰক্ষা কৰিবলৈ আৰু নানা ৰোগ-ব্যাধি মাৰি-মৰকৰ প্ৰতিকাৰৰ অৰ্থে মন্ত্ৰ প্ৰয়োগ হৈ আহিছে। ইয়াৰ লগত কিছুমান দ্ৰব্যগুণ আৰু ঔষধৰ ব্যৱস্থাও আছে। এইবোৰ আয়ুৰ্ব্বেদীয় তথা জনজাতীয় থলুৱা ভেষজ বিদ্যাৰ চানেকি দাঙি ধৰিছে। মন্ত্ৰৰ ব্যৱহাৰ নানা পূজা-পাটলৰ ক্ষেত্ৰতো আছে। অসমীয়া ভাষাৰ মন্ত্ৰ সাহিত্যৰ উপৰিও অসমৰ বিভিন্ন জনজাতীয় আৰু মুছলমানলোকৰ মাজত বিবিধ মন্ত্ৰৰ প্ৰয়োগ আছে। বড়ো-কছাৰীসকলৰ মাজত চলিত যাদু-মন্ত্ৰ, মোহিনী, সাধন, ডাইনী বিদ্যাৰ বিষয়ে শ্ৰীভবেন্দ্ৰ নাৰ্জীয়ে বিতংকৈ 'বড়ো-কছাৰীৰ সমাজ আৰু সংস্কৃতি' ( ১৯৬৬ খৃঃ, গুৱাহাটী ) গ্ৰন্থত আলোচনা কৰিছে। অসমীয়া মন্ত্ৰৰ প্ৰয়োগ, পৰিবেশ আৰু পদ্ধতিৰ লগত বড়ো-কছাৰী মন্ত্ৰৰ কিছু সামঞ্জস্য আছে। মুঠতে মন্ত্ৰ-সাহিত্যৰ যোগেদি অসমৰ লোক-সংস্কৃতিৰ ভালেমান দিশ বিশেষকৈ পূজা-



পাটল, ধৰ্ম বিশ্বাস, জন-বিশ্বাস আৰু জন-মানস প্ৰতিভাত হৈছে। মন্ত্ৰৰ লৈতে ঠায়ে ঠায়ে নৃত্য আৰু মুদ্ৰাৰো সম্বন্ধ ঘটিছে।

## বিবিধ গীত-পদত লোক-সংস্কৃতি

বিবিধ গীত-পদ, নাম, ঘোষা, মালিতা আদিৰ মাজতো লোক-সংস্কৃতিৰ বিভিন্ন ছবি আৰু চাব-মোহৰ দেখিবলৈ পোৱা যায়।

ভগৱতী, শীতলা আদি দেৱীৰ উদ্দেশ্যে ল'ৰা-ছোৱালীৰ আই (বসন্ত) ওলালে, অসমীয়া আৰ্য্যহিন্দু সমাজত আইনাম আৰু নানা বিধ তুতি গীত গোৱা নিয়ম আছে। জনজাতীয় সমাজত পূজা-পাটল দি আই বা বসন্তৰ গৰাকী দেৱ-দেৱী আৰু মাৰি-মৰক, বেমাৰ-আজাৰৰ দেও-ভূতক সন্তুষ্ট কৰা হয়। আই-নামৰ চানেকি স্বৰূপে লোকবিশ্বাসৰ আঁচোৰ পৰা দুফাঁকিমান তুলি দিলোঁ :—

"সোণৰে এডালি জৰী ৰূপাৰে এডালি জৰী।
আইৰ নও ভনীয়েক নামি আহিছে হাতত ধৰাধৰি (কৰি) ॥
আই-ঠাকুৰাণী আই নীলাচলে তোমাৰ ঠাই।
অম্বিকা, চণ্ডিকা, ভৱানী, কামাখ্যা এইৰূপে ফুৰা বেৰাই ॥"

* * *

"কি দিয়া পূজিম আই মনত নাই স্থিৰ।
দেহা দিয়া পূজিম আই পাপে জৰজিৰ ॥
অন্ন দিয়া পূজিম আই আপোনাতে আছে।
জল দিয়া পূজিম আই বিতাল কৰিলা মাছে ॥
দুগ্ধ দিয়া পূজিম আই বাচৰুই আগে খায়।
পুষ্প দিয়া পূজিম আই ভ্ৰমৰে চুহি যায় ॥"
[ অসমীয়া লোকগীত সংগ্ৰহ : যোগেশচন্দ্ৰ তামুলী ]

শ্ৰীকৃষ্ণৰ জন্মাষ্টমী উপলক্ষে গোৱা গোসাঁই নামতো জন-মানসৰ জিলিঙনি প্ৰকাশ পাইছে এনেদৰে :—

"হৰি হৰি শবদে এ শিলে বৰষিলা,

গিৰ্ গিৰ্ শবদে এ শিলে বৰষিলা,
হুগুনো প্ৰজাৰ মাত,
পালি-পহৰীয়া সৱে নিদ্ৰা গৈলা
উপজিলা জগন্নাথ ॥”

ঘাইকৈ অসমীয়া আৰ্য্যহিন্দু নাৰী সমাজৰ মাজত প্ৰচলিত সুবচনী নামত পূজা-পাটল, গীত-পদ আৰু সাধুকথাৰ ত্ৰিবেণী সংগম ঘটিছে। সেইদৰে অপেশ্বৰীৰ নাম বা সৰাহতো পূজা-পাটল, গীত-পদ আৰু সাধুকথাৰ সংযোগ ঘটিছে। সাধাৰণতে নামতীজনীয়ে পূজাৰিণী, গায়িকা হৈ সাধু বৰ্ণোৱা কাম সম্পন্ন কৰে।

## নিচুকনি গীতত লোক-সংস্কৃতি

অসমৰ গাঁৱে-ভূঁয়ে নিচুকনি শিতানত অসংখ্য ধাইনাম, ওমলোৱা গীত, খেল-ধেমালিৰ গীত আৰু কিছুমান কাহিনী গীত বা মালিতা চলি আছে। বৈষ্ণৱকবি শ্ৰীধৰকন্দলিৰ 'কাণখোৱা' ৰচনাৰ পটভূমিত অসমীয়া শিশু-মানসৰ ভয়-ভীতি নিহিত আছিল। 'কাণখোৱা'ৰ পদবোৰ এতিয়াও কিছুমান ঠাইত শিশুক নিচুকাবলৈ ব্যৱহাৰ হৈ আছে। 'কাণখোৱা' নামৰ অদ্ভুত প্ৰাণীৰ বাহিৰে শিয়াল, বান্দৰ, বগলী, ভেকুলী আদিৰ উল্লেখ নিচুকনিত আছে :—

“শিয়ালী এ! নাহিবি ৰাতি
তোৰে কাণে কাটি লগামে বাতি।
শিয়ালীৰ মূৰতে মকুৰা ফুল,
শিয়ালী পালেগৈ ৰতনপুৰ।”
“ভেকুলীয়ে কৰিলে ব্যেং ব্যেং
বোপাটিয়ে কৰিলে তোহা,
বোপাটিৰ মাক লৰি আহাঁ।
বোপাক পিন্ধাই দিয়াহি
শিংখাপৰ চোলা।”



[—যোগেশচন্দ্ৰ তামুলীৰ 'নিচুকনি'ৰ পৰা]

“আমাৰ বাপাই কান্দে
আম চুহা লাগে।
দিম দিম আম চুহা
বিচাৰমতীক কৈ।
বিচাৰমতী বোলোৰে
বাপা কেনমান চাওঁ।
সোণা-ৰূপাৰ কড়ি লৈ
ঘুগুৰা গঢ়বা যাওঁ।” (সংগ্ৰহ)

অসমীয়া নিচুকনি গীতৰ ব্যাপকতা আৰু এইবোৰৰ সংগ্ৰহ-বিশ্লেষণৰ আৱশ্যকতালৈ আঙুলিয়াই দি আমি এই সম্পৰ্কত অসমৰ জন-কথাৰ বিশিষ্ট গবেষক ডক্টৰ প্ৰফুল্লদত্ত গোস্বামীয়ে দিয়া মন্তব্য অলপ তুলি দিলোঁঃ— “অসমৰ বিভিন্ন অঞ্চলত অঞ্চল লৈ বিভিন্ন ধৰণৰ নিচুকনি দেখিবলৈ পোৱা যায়। এইবিলাকৰ কিছুমান শব্দ-যোজোনা আৰু উদ্ভূত কল্পনাৰ গুণত অতি আকৰ্ষণীয়। কথা ঠাঁচৰ প্ৰভাৱেও নিচুকনিৰ ৰূপ চৰায়। উদাহৰণস্বৰূপে বৰপেটা অঞ্চলৰ নিচুকনি এটি উদ্ধৃত কৰা হ'লঃ—

“ধান চাল বানুবাৰ নাই এ
সূতা কাটুলি ছিঙে এ
পাংলা পংলা ভাংলা ভুংলা
ভাল সূতা কাটিবাকে যায় এ
ঐ আমাৰ ডাঁহাৰজেনী বাই এ
সূতা কাটুলি ছিঙে এ। ......”

অসমীয়া নিচুকনিৰ জোনবাই, শিয়াল আদি বস্তু বঙালি আদি ভাষাৰ নিচুকনিতো দেখিবলৈ পোৱা যায়। আৰু “অ' ফুল, অ' ফুল, হুফুল কিয়?” নিচুকনিটোত যি প্ৰশ্নোত্তৰ যুক্তি বঙলা, উৰিয়া আৰু মধ্যভাৰতৰ জনজাতীয় ভাষাতো লক্ষ্য কৰিব পাৰি।” (অসমীয়া জন-সাহিত্য, ১৯৬৫, গুৱাহাটী)

# কাহিনী গীতত লোক-সংস্কৃতি

অসমীয়া সাহিত্যৰ বিখ্যাত কাহিনী-গীত বা মালিতাবোৰত সম-সাময়িক সমাজৰ ধৰণ-ধাৰণ, নৰ-নাৰীৰ চৰিত্ৰ আৰু লোক-বিশ্বাসৰ পৰিচয় পোৱা যায়ঃ—মণিকোঁৱৰৰ গীত, ফুলকোঁৱৰৰ গীত, জনাগাভৰুৰ গীত—এই মালিতা তিনিটাত সাধুকথাৰ লেখীয়া অলৌকিক ঘটনাৰ সন্নিবেশ ঘটিছে। মণিকোঁৱৰৰ গীতত গণকে শঙ্খদেৱ ৰজাৰ আগত এনেদৰে কৈছে ঃ—

"আকাশে উঠি যায় নেজালী তৰা
দশোদিশে যায় জ্বলি,
আহিছে বাৰ বছৰ থাকিব যোলে বছৰ
নিব জলকুঁৱৰীয়ে হৰি।
আঠীয়া কলৰ থোৰ কাটিবা
সেৰাকৈ ৰাখিবা পাণ,
জ্ঞাতি-ভকতক সুধি-পুচিহে
ৰাখিবা মণিধৰ নাম।"

[ যোগেনচন্দ্ৰ তামুলীৰ সংগ্ৰহ ]

ফুলকোঁৱৰে দিজাই মালিনীক মালা গাঁথি দিয়া বৰ্ণনা তলৰ গীত কেইফাঁকিত লৌকিক সৰলতাৰে ফুটি ওলাইছে ঃ—

"তোকে বুলি যাওঁ দিজাই মালিনী
সম্বন্ধতে বুলি যাওঁ আই,
ইধাৰি মলাকে গুথিব খুজিছোঁ
পঁচেতুলীৰ খোপালৈ চাই।
ঢাপৰ কাণে কটা সিজু আই মালিনী
ঢাপৰ কাণে কটা সিজু,
এইধাৰি মলাকে দিবা পঁচেতুলীক
খোপাত খাই যাব ৰিজু।



পিচলি পৰিব কাঁহী আই মালিনী
বাগৰি পৰিবৰ কাঁহী,
এইধাৰি মলাকে দিবা পঁচেতুলীক
মিচিকাই পেলাব হাঁহি।......"

[ যোগেশচন্দ্ৰ তামুলীৰ সংগ্ৰহ ]

এনেদৰে মালা গাঁথি ফুলকোঁৱৰে সাধুকথা, পুৰাণৰ লেখীয়াকৈ প্ৰণয় নিবেদন কৰিছে—মালিনী দূতীৰে যোগেদি পঁচেতুলী গাভৰুৰ ওচৰত। জনাগাভৰুৰ গীততো আই সৰস্বতী, দেৱী পাৰ্ব্বতীৰ বন্দনা আৰু জনাগাভৰুৰ পৰিচয় বিহুগীতৰ সুৰীয়াকৈ ঘৰুৱা পৰিবেশত প্ৰকাশিত হৈছে ঃ

"আই সৰেচতী দেৱী পাৰেৱতী
তোমালৈও মানি যাওঁ লং,
আই সৰেচতী নামি আহিছে
মূৰত বাবেবুৰি চং।
গৰুচৰ ৰাজ্যতে জনাগাভৰুৰে
তিৰী হৈ ৰাজপাট খায়,
ন শ কোঁৱৰক বন্দীকৈ থৈছে
তাইৰ মান বলৱান নাই।......"

[ ৰূপেশ্বৰ দত্তৰ সংগ্ৰহ ]

ইয়াৰ বাহিৰেও বুৰঞ্জীৰ পৰশ পোৱা বৰফুকনৰ গীত, মণিৰাম দেৱানৰ গীত, হৰদত্তৰ গীত, নাহৰৰ গীত আদি কাহিনী গীত বা মালিতাত লোক-সংস্কৃতি আৰু লোক-মানসৰ নানা উল্লেখ পোৱা যায়।

বাৰমাহী গীতবোৰত (শান্তি বাৰমাহী, কন্যা বাৰমাহী, সাতা বাৰমাহী, ৰাম বাৰমাহী) আখ্যান আৰু প্ৰাকৃতিক কবিত্বপূৰ্ণ বৰ্ণনা মাহ বা ঋতুভেদে পোৱা যায়; এইবোৰ গীততো লোক-জীৱনৰ নানা চিত্ৰ, প্ৰেম-প্ৰীতি, যৌৱন-বিৰহ, বেপাৰ-বাণিজ্য আদিৰ মাজেদি ফুটি ওলাইছে। অসমৰ জন-সাহিত্যৰ বিশিষ্ট সংগ্ৰাহক শ্ৰীযুত

শ্ৰীৰামচন্দ্ৰ দাসৰ দ্বাৰা 'আৰাহন' কাকতত ১৮৭২ শকত প্ৰকাশিত 'হুবলাৰ শান্তিৰ গীত' সোণোৱাল-কছাৰীৰ মাজত প্ৰচলিত আৰু শ্ৰীযুত গগণচন্দ্ৰ সোণোৱালৰ সংগৃহীত 'হাইদাং গীত', বড়ো-কছাৰীৰ মাজত প্ৰচলিত বাছিৰাম বীৰৰ গীত (ভুতীয়া ৰণৰ সময়ত), তদুপৰি সম-সাময়িক যুগৰ চাৰ-মোহৰ থকা নামনি অসমত প্ৰচলিত চাহ-পুৰাণ গীত (চাহৰ প্ৰচলন সম্বন্ধীয়), বেইল্‌গা পুৰাণৰ গীত (পৰিয়ালৰ ভাই-ককাই বেলেগ হোৱা), বৰপেটা অঞ্চলৰ নাওখেলত গোৱা মলুৱাৰ গীত, উজনি অসমৰ ধেমেলীয়া মালিতা চানেকি পৰুৱাৰ গীত, তাঁতীৰ জুনা, শ্ৰীযুত শশীচন্দ্ৰ বৰবৰুৱাৰ সংগৃহীত কলিকালৰ গীত আদি — লোক-সাহিত্যৰ নিদৰ্শনৰূপে লোক-সংস্কৃতিৰ নানা চিত্ৰৰ বাহক।

## বিবিধ গীতত লোক-সংস্কৃতি

বাৰ মিহলি বা বিবিধ গীতত নানা ধৰণৰ পূৰ্ণাঙ্গ বা আংশিক আখ্যান আৰু চিত্ৰ বিজড়িত মহো-হো বা মহখেদা গীত, তামোল-চোৰৰ গীত, হৰ-পাৰ্ব্বতী বা পগলা-পাগলীৰ গীত, তামূলপৰ অঞ্চলৰ বাম্বোলপিটা গীত, হাজংসকলৰ মাজত চলিত বাঁহ-পূজাৰ গীত, মঙ্গলদৈ, কামৰূপ আৰু গোৱালপাৰাৰ নানা ঠাইত চলিত মনসা পূজাৰ বিষহৰিৰ গীত আৰু বাঁশী পুৰাণৰ গান, কাতি পূজাৰ কাতি কাইৰ নাচ-গান, সোণাৰায়ৰ গান, মাদাৰেৰ গান, চৰকৰ গান (অসমীয়া সংস্কৃতি ঃ 'গোৱালপাৰাৰ সংস্কৃতি'—শ্ৰীযুত বীৰেন্দ্ৰনাথ দত্ত) আদি লোকগীতৰ দৃষ্টিৰে বিচাৰ কৰি চাৰ লগীয়া। এনে ধৰণৰ অজস্ৰ লোকগীত অসমৰ পাহাৰ-ভৈয়ামত আছে—এইবোৰৰ সংগ্ৰহ হোৱাটো সোনকালে বাঞ্ছনীয়। দেহ-বিচাৰৰ গীত, টোকাৰী-নাম, জিকিৰ আদি নানা ৰূপত দেহ-আত্মা আৰু ধৰ্ম্ম-তত্ত্বৰ মাজেদি সম-সাময়িক সমাজৰ ধ্যান-ধাৰণা প্ৰকাশক বিবিধ গীত অসমীয়া সাহিত্যত আছে। দেহ-বিচাৰৰ গীত আৰু টোকাৰী নামৰ লগত জড়িত



বৰ-সেৱা, পূৰ্ণ-সেৱা ভকত-সেৱা আদি অনুষ্ঠানৰ বিষয়েও লোক-সংস্কৃতিৰ ফালৰ পৰা অনুসন্ধানৰ নানা তথ্য আছে। এইবোৰত তান্ত্ৰিকতা, বৌদ্ধ ধৰ্ম্ম, নাথ-যোগীসকলৰ ধৰ্ম্মতত্ত্ব আৰু থলুৱা তথা জনজাতীয় ধৰ্ম্ম-বিশ্বাস কিমান পৰিছে—কেনে ধৰণে পৰিছে, পোনছাটে কব নোৱাৰি। শঙ্কৰদেৱ, মাধৱদেৱ, দামোদৰদেৱ আদিৰ উল্লেখ আৰু ভনিতা পালেও এইবোৰ যে ভাগৱতী বৈষ্ণৱ ধৰ্ম্মৰ বাহিৰৰ গীত—সেই বিষয়ে সন্দেহ নাই ঃ—

"গলত ধৰিয়া বাঘিনী গিলে।
ভাবি চোৱা মনাই, কি সুখ মিলে॥
ই মায়া এৰাইবাৰ কাহাৰ শকতি।
কহয় মাধৱ মূৰুখ মতি॥"

* * *

"তেতিয়া আমাৰ মাৰৰ গৰ্ভেস্থিতি
আমাৰ মুখে পঞ্চ ডাঢ়ি।
যেতিয়া আমৰ মাৰৰ জুৱাণ পিন্ধায়ে
তাৰ আগে ঘৰ-বাৰী॥
আগত শ্ৰীশঙ্কৰ গুৰু মাধৱদেৱ
দুয়ো ভৈলা নৌকাৰ কাণ্ডাৰী॥"

* * * *

"কহে দামোদৰে কৃষ্ণৰ কিঙ্কৰে;
গুৰুৰ চৰণ কৰি সাৰ।
গুৰু অনুমতি নামে পৰম গতি
সুখে হৈবা ভৱনদী পাৰ॥"
( যোগেশচন্দ্ৰ তামূলীৰ সংগ্ৰহ )

অসমীয়া সমাজত সময়ৰ পৰিবৰ্ত্তনৰ লগে লগে নানা গীত-পদ ৰচিত হৈ আছে। ৰেলগাড়ী ওলোৱাৰ সময়ত গীত, অসহযোগ আন্দোলনৰ সময়ৰ গীত, মহাত্মা গান্ধীৰ গীত আদিয়ে অসমীয়া লোক

সাহিত্যত যুগৰ স্বাক্ষৰ বহন কৰিছে। বিহু, বিয়া, সভা-সʼৰি আৰু বিবিধ উছৱৰ সময়ত নানা গীত-পদ ৰচিত হৈ আছে।

নামনি অসমত ৰেলগাড়ীৰ আৰম্ভনি আৰু চলাচলৰ সময়ত মৌখিকভাৱে ৰচিত হোৱা গীত এফাঁকি এনে ধৰণৰ ঃ

"অʼ চৰে ( চৰাই ),
উজেনি গড় গড়ে ;
ঢেঙ্গুৰে মাটি তোলে,
পাঞ্জাবী লোহা পাৰে;
উপৰ্ দি ৰেল চলে।"

## বিহুগীত আদিত

বিহুগীত, বন-ঘোষা, হুঁচৰি আদিত লোক-সংস্কৃতিৰ অন্তৰ্গত অনুষ্ঠান আৰু আচাৰ-বিচাৰমূলক নানা চিত্ৰ, কথা, তথ্য, গীত-পদ, নৃত্য-বাদ্য আদিৰ নিদৰ্শন পোৱা যায়। নকুলচন্দ্ৰ ভূঞাৰ 'বহাগী', ডিম্বেশ্বৰ নেওগৰ 'আকুল পথিক', লীলা গগৈৰ 'বিহুগীত আৰু বন-ঘোষা' আদি পুথিত বিহুগীত-হুঁচৰি, বনঘোষাৰ নিদৰ্শন সন্নিবিষ্ট হৈছে। এইবোৰ নিদৰ্শনৰ মাজত পোৱা যায়—অসমৰ ৰঙালী বিহুৰ নৃত্য, গীত, বাদ্য ধৰ্মীয় তথা সামাজিক আচাৰ-ব্যৱহাৰ, ডেকা-গাভৰুৰ প্ৰণয়, বিৰহ, বিবাহ, বিহুগীত আৰু নাচৰ প্ৰতি থকা প্ৰীতি, যৌৱনৰ যোৱাৰ আৰু জীৱনৰ বাৰে-বৰণীয়া আশা-আকাঙ্ক্ষা। সামাজিক পৰিবেশৰ যোগেদি লোক-সংস্কৃতিৰ নানা চিত্ৰ যুগে যুগে বিহুগীত, বন-ঘোষা, হুঁচৰি আদিত ফুটি ওলাইছে। অসমৰ পাহাৰ-ভৈয়ামৰ নানা জাতি-উপজাতি আৰু জনগণৰ মাজত বিহুধৰ্মী নানা উৎসৱ চলি আছে ; এইবোৰৰ লগতো গীত-নাচ-বাদ্য, সামাজিক আচাৰ-বিচাৰ, জনবিশ্বাস আৰু ধৰ্মীয় পদ্ধতি জড়িত আছে। এই দৃষ্টিৰে চালে বিহুগীত আৰু বিহুবুলীয়া নানা গীত-পদবোৰ লোক-সংস্কৃতিৰ উৎকৃষ্ট বাহক। হুঁচৰি গোৱা পদ্ধতিত সামন্তযুগীয় তোষামোদ



আৰু ধৰ্মীয় আশীৰ্ব্বাদৰ সংমিশ্ৰণ ঘটিছে, হুঁচৰি-গীতত লʼৰা-ডেকা-বুঢ়াৰ সমবেত সহযোগ থাকে। এইবোৰ গীতত কাম-গন্ধ নাথাকে, হুঁচৰি-গীতৰ লগতে মালিতাও গোৱা হয়—

"হুঁচৰি এ চʼত
আমি যে ওমলোঁ যʼত,
ঢুবৰি নগজে তʼত।"
"দেউতাৰ পদূলিত
গোন্ধাইছে মধুৰি
কেতেকী মলেমলাই ঐ গোবিন্দাই ৰাম।"
[ লীলা গগৈৰ সংগ্ৰহ ]

বিহুগীত বন-ঘোষাৰ দীঘলীয়া আলোচনা-বিশ্লেষণ ইতিমধ্যে কিছু পৰিমাণে হৈছে—আমি অধিক আলোচনা কৰিবলৈ নগৈ বিহুৰ লগত জড়িত বিবিধ অনুষ্ঠান যেনে—বিহুৰান, মেজি-মঠ, ভেলাঘৰ, কণী-যুঁজ, মʼহ-যুঁজ, হাতী-যুঁজ, কুকুৰা-যুঁজ, আকাশ-বন্তি, তুলসীৰ-গীত আদিৰে ৰঙালী, ভোগালি আৰু কঙালী বিহু বা দোমাহী যুগে যুগে অসমৰ পাহাৰে-ভৈয়ামে পালিত হৈ আহিছে আৰু অসমীয়া জন-গণৰ লোক-সংস্কৃতিৰ পৰিচয় দিছে—সেই বিষয়ে সুধী আৰু বিশ্লেষকসকলৰ উত্তৰোত্তৰ দৃষ্টি আকৰ্ষণ কৰিলোঁ। বিহুৰ নৃত্য-গীতত মিচিং আৰু বড়োসকলৰ বৰঙণি বিশেষ উল্লেখযোগ্য।

## বিয়ানাম আদিত লোক-সংস্কৃতি

অসমৰ বিবিধ বিয়ানাম, যোৰাগীত বা খিচাগীত (খিজাগীত), অন্যান্য মাঙ্গলিক কৰ্ম যেনে— লগুণদিয়নী, চূড়াকৰণ, তোলনি-বিয়া, শান্তি-বিয়া, পোহন-বিয়া আদিৰ গীত, জেউৰা (সাধ-ভক্ষণ) আদিৰ গীতৰ মাজত ধৰ্ম্মীয় আচাৰ, সামাজিক নিয়ম, লোকাচাৰ আদিৰ জিলিঙনি পোৱা যায়। অসমৰ মুছলমান সমাজতো বিয়াগীত আৰু জেউৰাৰ গীত প্ৰচলিত আছে। নামনি অসমৰ মুছলমান

গাঁও এখনৰ পৰা কিছুমান গীত সংগ্ৰহ কৰি লক্ষ্য কৰিলোঁ যে ইবোৰত দুই-চাৰিটা আৰবী-পাৰ্চী শব্দৰ ব্যৱহাৰৰ লগতে সামাজিক চিত্ৰই ঘাইকৈ প্ৰকাশিত হৈছে। মই নিজ কাণে শুনা মুছলমান সমাজৰ তিৰোতাসকলে গোৱা জেউৰাৰ গীতৰ নমুনাঃ—

"বালাযানৰ জেউৰা ।
শহুৰথেৰ নঙলা ।......"

দৰা-কইনাৰ সাজপাৰ, অলঙ্কাৰ আদিৰ বৰ্ণনাও বিয়াগীতৰ মনোৰম বিষয় বস্তু। অসমৰ বিভিন্ন অঞ্চলৰ বিয়ানামবোৰ অসম সাহিত্য সভাই 'পবিত্ৰ অসম' গ্ৰন্থৰ দৰে সংগৃহীত আৰু সম্পাদিত কৰি এখন গ্ৰন্থত উলিয়াব পাৰিলে এটি মহৎ কাম হব বুলি নিঃসন্দেহে কব পাৰি।

সাধুকথা-ফকৰা-যোজোনা-পটন্তৰ আদিৰ যোগেদিও অসমীয়া সমাজৰ নানা লোক-চিত্ৰ পোৱা যায়। টেটোন তামূলী, বান্দৰ আৰু শিয়ালৰ সাধু, টুনি চৰাই আৰু ঢোঁৰাকাউৰীৰ সাধু, ৰাক্ষসী আৰু ৰাজকোঁৱৰৰ সাধু নাইবা বুঢ়া-বুঢ়ীৰ সাধুবোৰত অসমৰ সামাজিক চৰিত্ৰ, নীতি-নিয়ম, আচাৰ-ব্যৱহাৰ ফুটি ওলাইছে। ডাকৰ বচন অসমীয়া গঞা সমাজত বেদৰ বাণীৰূপে পালিত হৈ আহিছে। ৰন্ধনপ্ৰকৰণ, জন্মপ্ৰকৰণ আদি ডাকৰ বচন আৰু বাণীয়ে জন-মানস আৰু জন-জীৱনৰ যুগমীয়া অভিজ্ঞতাৰ পৰিচয় দিয়ে।

"টিক বলধা ওলাই মাটি ।
মাক ভালেহে জীয়েক জাতি ॥"

* * *

"আঠিয়াত গোবৰ মনোহৰত জাবৰ ।
পুৰাত খাই মালভোগত ছাই ॥"

* * *

'আহিছা কুৰ্ম্মা, বহিবা শিলত ।
লৰ-চৰ কৰিলে মৰিবা কিলত ॥"



* * *

"চেনেহে ডক্ ডক্
চৰুত নাই ভাত,
ভাই শহুৰ ভৰি ঢোৰক ।"

* * *

"আহক বাৰিষা কাটক পাত ।
বৈ যা ভিনীহি খাই যা ভাত ॥"

—এনেবোৰ বচন, পটন্তৰ-যোজোনাই অসমীয়া লোক জীৱনৰ নানা কথা-কাহিনীৰ তথা সংস্কৃতিৰ চিত্ৰ দাঙি ধৰিছে। ডাকৰ বচনৰ লগত খনাৰ বচনো ঠায়ে ঠায়ে মিহলি হৈছে; পণ্ডিতসকলে এনেবোৰ বিষয়তো গবেষণা চলাব লাগে। এনেদৰে মৌখিক বা আদি যুগৰ অসমীয়া সাহিত্য-সংস্কৃতিত অজস্ৰ পৰিমাণে লোক-সংস্কৃতিৰ নিদৰ্শন পোৱা যায়। প্ৰাক্-বৈষ্ণৱ যুগৰ সাহিত্য, বৈষ্ণৱ যুগৰ অবৈষ্ণৱ আৰু বৈষ্ণৱী সাহিত্যৰাজি, বৈষ্ণৱোত্তৰ বা বুৰঞ্জী যুগৰ সাহিত্য আৰু আধুনিক যুগৰ সাহিত্য-সৃষ্টিৰ বুকুতো নানা লোক-সংস্কৃতিৰ নিদৰ্শন বিচাৰি পোৱা যায়। অৱশ্যে লোক-সংস্কৃতিৰ ৰূপায়ণ গৌণভাৱে আৰু আংশিকভাৱেহে সংস্কৃত অনুবাদমূলক মহাকাব্য, পুৰাণ আৰু ভক্তিশাস্ত্ৰত হোৱা দেখা যায়। আধুনিক যুগতহে লোক-সংস্কৃতিমূলক সংগ্ৰহ, প্ৰবন্ধ আৰু বিশ্লেষণৰ ক্ষেত্ৰত বিষয়টোৰ ওপৰত যথাযথ আৰু বৈজ্ঞানিক দৃষ্টিৰে গুৰুত্ব দিয়া হৈছে।

## প্ৰাক-বৈষ্ণৱ আৰু বৈষ্ণৱ সাহিত্যত

হেম সৰস্বতী, হৰিবৰ বিপ্ৰ, কবিৰত্ন সৰস্বতী, ৰুদ্ৰ কন্দলি, মাধৱ কন্দলিপ্ৰমুখ্যে প্ৰাক্-বৈষ্ণৱ যুগৰ কবিসকলৰ ৰচনাত সংস্কৃত-মূলজ অনুবাদৰ লগে লগে সুবিধা বুজি কবিসকলে স্থানীয় পৰিবেশ, চিত্ৰ, যোজনা-পটন্তৰ আৰু লৌকিকতা অঙ্কণ কৰিছে। কিষ্কিন্ধ্যা

কাণ্ডৰ সামবণিত মাধৱ কন্দলিয়ে সেই সময়ৰ কবিজনোচিত মনো-ভাৱেৰে লোকৰুচি অনুকূলে কাব্য ৰচনাৰ ইঙ্গিত দিছে—

"সমস্ত ৰসক কোনে জানিবাক পাৰে।
পক্ষীসৱ উৰই যেন পখা অনুসাৰে॥"
কবিসৱ নিবন্ধয় লোক ব্যৱহাৰে।
কতো নিজ কতো লম্ভা কথা অনুসাৰে॥
দেৱবাণী নুহি ইটো লৌকিকহে কথা।
এতেকে ইহাৰ দোষ নলৈবা সৰ্ব্বথা॥"

চৈধ্য শতিকাৰ মহাকবি মাধৱ কন্দলিৰ লোক ব্যৱহাৰ আৰু লৌকিকতাৰ প্ৰতি থকা দৃষ্টিভঙ্গী শঙ্কৰদেৱ-মাধৱদেৱ, ৰাম সৰস্বতী, শিষ্ট ভট্টাচাৰ্য্য, অনন্ত কন্দলিৰ ৰচনাত কম-বেছি পৰিমাণে ঠায়ে ঠায়ে প্ৰকট হৈছে আৰু দুৰ্গাবৰ, মনকৰ, পীতাম্বৰ, সুকবি নাৰায়ণ আদি অবৈষ্ণৱ বা পাঁচালী কবিসকলৰ ৰচনাৰাজিত ব্যাপকভাৱে আৰু দৃঢ়তাৰে সেই দৃষ্টিভঙ্গী প্ৰতিফলিত হৈছে।

সুকবি নাৰায়ণদেৱৰ ৰচিত মনসা-পদত শিৱ আৰু চণ্ডিকাৰ বিয়াৰ সময়ত কৰা সাজন-নোৰনৰ বৰ্ণনা লোক ৰুচিৰ পৰিচায়ক ঃ—

দেৱঋষি মিলি সৱে কৰিলা উপায়।
যজ্ঞ কৰ্ম্ম কৰে শিৱৰ বিহাৰ সময়॥
সুৱৰ্ণৰ ঘট ভৰি আনে পানী নাৰী।
আয়াগণে স্নান কৰাইল ত্ৰিপুৰাৰী॥
উত্তম বসন আনি পৰাই পাট ভুমি।
চলে-বলে পৰাইল আসনে তেখনি॥
বিয়াৰ সাজনে শিৱ কৰিলা সাজন।
সৰ্ব্বাঙ্গে ভৰিয়া পৰে বিভূতি ভূষণ॥
সাজন সাজিয়া শিৱ হৈল হৰষিত।
চণ্ডিকাৰে কামাইতে আইল নাপিত॥
সখিগণে স্নান কৰাইলা চণ্ডিকাৰে।



শত বৃক্ষ নামাইয়া গৌৰীৰ অলঙ্কাৰ পাবে॥
সাজ অলঙ্কাৰ আনি দিলা সখিগণে।
হৰিষে বসিলা চণ্ডি লঘু সিংহাসনে॥

মহাপুৰুষ শঙ্কৰদেৱৰ 'পাৰিজাত-হৰণ নাট'ৰ ইন্দ্ৰপত্নী শচী আৰু শ্ৰীকৃষ্ণ পত্নী সত্যভামাৰ মাজত হোৱা কথাৰ কটা-কটি অসমীয়া গঞ্চা গালি-শপনিৰ পুৰ্বাণ নমুনা বুলিব পাৰি ঃ—

শচী বোল—আৰে সত্যভামা, তোহাৰি স্বামী মাধৱক কথা হাম সৱ জানি। ওহি গোপী-বিটাল গোপাল, উনিকৰ আগু গোকুলক স্ত্ৰী নাহি ৰহল। দেখো কংসক দাসী কুবুজী তাহেক হাত এড়াল নাহি। তাহেক আৰ কি কহব।...

সত্যভামা বোল—আৰে ইন্দ্ৰাণী, জগতক পৰম গুৰু হামাৰ স্বামী। ...অৰে নিলাজিনী, মৰিতে নাজাৰ, তোহাৰি স্বামী ইন্দ্ৰক কথা কহিতে ঘৃণাসে উপজে। দেখো আম্ৰাৰতীক যত বেশ্যা, তোহাক স্বামীক সে নাহি আণ্টল। তোহাৰ স্বামী কয়লি কি? গৌতম ঋষিক ভাৰ্য্যা অহল্যা তাহেক মায়া কৰিকহু জাতিভ্ৰষ্ট কয়ল।..."

মাধৱদেৱৰ অৰ্জ্জুন ভঞ্জন যাত্ৰাত নন্দ আৰু যশোদাৰ কথোপ-কথনতো অসমীয়া গঞ্চা, বুঢ়া-বুঢ়ীৰ গালা-গালিয়ে ফুটি ওলাইছে—

নন্দ বোল—আহে দাসীক দাসী, বান্দী, ঢাঙ্গী গোৰাৰী। ওহি প্ৰাণপুত্ৰ কৃষ্ণক কমন অপৰাধে গৰুক পাগে জৈছেন খণ্ট-চোৰ শত্ৰুক ব্যন্ধ এ তোহোঁ সোহি পৰকাৰে বন্ধন কয়লি।"...'কুমৰ হৰণ' কাব্যত অসমীয়া আঞ্জাৰ বৰ্ণনা পঢ়িলে জিভাৰ পানী পৰিব খোজে।

শ্ৰীকৃষ্ণৰ জন্মাষ্টমীৰ লগত জড়িত পচতি লোক-উৎসৱত গঞ্চা ৰাইজৰ লোকাচাৰ অনুকূলে পচতিৰ গীতবোৰ ৰচিত হৈছে আৰু ইয়াৰ লগত জড়িত নাট্যাভিনয় নাৰীমনৰ ৰুচিসাপেক্ষ ক্ৰীড়া-কৌতুকেৰে সম্পন্ন হোৱা দেখা যায় ঃ—

"পাঁচদিনতে পচতি কৰিলা
ছয়দিনতে চাতি ;
এঘাৰদিনতে গ্ৰহপূজা কৰে
পণ্ডিত বামুণক মাতি ।"

॥ আলো ভাই গোকুলে উদয় যত্নমণি । আনন্দে নন্দৰ পুৰী চানি ॥

"গোপ-গোপী আসিয়া হৰিষে ।
কৃষ্ণৰ শিৰে কুসুম বৰিষে ॥
হালধি গোৰস মোট ভৰি ।
অন্যো অন্যে সিঞ্চে ৰঙ্গ কৰি ॥
মোট জলে শৰীৰ ভিজায়া ।
ৰঙ্গে নাচে যত গোপী জায়া ॥"

গোপাব আতাৰ 'জন্মযাত্ৰা'তো একে ধৰণৰ গীত আছে। দুৰ্গাবৰৰ গীতি-ৰামায়ণত ৰাম-সীতাই বনবাসত পাশাখেল পতাৰ বৰ্ণনা আৰু পাশাখেলত হাৰি ৰামে সীতাৰ হাতত বান্ধ খোৱাৰ কাহিনী লোকৰুচিৰ অনুকূল। লৌকিক কবিৰ উষাই সপোন দেখি বিয়াকুল হৈ 'গলত কটাৰী দিয়া তেজিব পৰাণ' বুলি কৰা উক্তি, সীতাৰ 'মই বনে যাইবো স্বামী হে হে স্বামী নকৰা নৈৰাশ, তোমাৰ লগতে স্বামী খাটিম বনবাস' লোক-সংস্কৃতিৰ অনুকূলে নাৰী মানসৰ নিদৰ্শন। অভিশাপত মানুহ গুচি চৰাই হোৱা, নাইবা সাধুকথাৰ পৰীসকলে পাখি সোলোকাই মানৱীৰূপত গা ধোৱা, ৰাজকোঁৱৰ বা দেৱতাই সাপৰ ৰূপ লোৱা—লৌকিক বিশ্বাস নানা কাব্য-গীতত প্ৰকাশিত হৈছে চিত্ৰলেখাই মায়াবিনী ৰূপ ধাৰণ কৰা বৰ্ণনা অনন্ত কন্দলিৰ 'কুমৰ হৰণ'ত আছে। 'মধু-মালতী' কাব্যত বৰ্ণিত নায়ক মনোহৰে শাপগ্ৰস্ত হৈ পক্ষীৰূপ পাইছিল আৰু পিচত নিজৰূপ পাইছিল :—

শুনি মহাদৈয়ে শীঘ্ৰে কৰি উঠিলন্ত।
পক্ষীৰ গাৱত গৈয়া জল সিঞ্চিলন্ত ॥



যদি মোৰ কৃপা আছে কৃষ্ণৰ চৰণে।
পক্ষি গুচি পূৰ্ব্বয়ত হুয়ো এতিক্ষণে ॥
যেখনে কৰিলা কন্যা শান্তি স্বস্ত্যয়ন।
নিমিষতে তাৰ হন্তে হুয়া নিবৰ্ত্তন।
কেহো নেদেখিল তাক চক্ষুৰ গোচৰ।
ভৈল নিজ কায়া তেতিক্ষণে মনোহৰ ॥

পুৰণি সাহিত্যৰ কাব্য-কুঞ্জত নানা খ্যাত আৰু অখ্যাত কবিয়ে উপমা, পটন্তৰ, যোজোনা, লোক-প্ৰবচন আৰু লোক-ৰুচি তথা লোক ব্যৱহাৰ তেওঁলোকৰ যুগজয়ী ৰচনাত নানাভাৱে দি গৈছে। দুই-চাইটা নিদৰ্শন মাথোন এয়া আগবঢ়াইছোঁ :—

কাৰ্সাল সৰ্পক যেন লৰুৰ প্ৰহাৰে।
ক্ৰোধে হুমাহুমি ফুকাৰন্তে বাৰম্বাৰে ॥
[ ধ্ৰুৱ চৰিত্ৰ : বিষ্ণুভাৰতী ]

ফুৰে হুয়ো পাক যেন কুমাৰৰ চাক।
গৰ্জ্জে যেন প্ৰমত্ত মাতঙ্গ ছাৰৈ ডাক ॥
ধৰিয়া হাস্ফলি কতো আচৰয় তুলি।
হিয়াত বৈসাৰে মুঠি কতো হুঃ বুলি ॥
পাৰে দোঙ্গাহুঙ্গি কতো আঙ্কোৱালি ধৰি।
কৰৈ থাক থাক কতো দুই হস্তো আঁতৰি ॥
কৰকৰ কৰি কতো দশন চৰ্ব্বই।
খাইবো তোৰ মুণ্ড দুহান্তো গৰ্জ্জয় ॥
( ৰাজসূয় : মাধৱদেৱ )

* * *

ভোবোলা ছাগলী সিংহক সিঁয়াৰে
আপোনাক বৰ মানি।
ভতুৱা কুকুৰে কামোৰ মাৰয়
গৃহস্থ চোৰ নজানি ॥

নৰক দেখিলে শিয়াল পলাই
লুকাই বন সোমাই।
গধূলি পুৱায় আটাস পাৰয়
মোত কৰি বৰ নাই ॥
হাতী চুৰ কৰি যাই আগে আগে
বেঙেনা চোৰক ধৰে।
নাকেটি কাটিলে লাজ নলাগয়
নখোটি কাটিলে মৰে ॥
( শিশুপাল বধ ঃ শিষ্ট ভট্টাচাৰ্য্য )

পোতাশালে পৰি আছে পোন্ধৰ বছৰ।
দেখিতে কুবুত নখ ডাৰি ভোবোকাৰ ॥
পাগ বান্ধি অস্ত্র ধৰি নৃপতিৰ আগে।
নমস্কাৰ কৰি বোলে পাঞ্চ যৈকে লাগে ॥
( অগ্নি-পুৰাণ—মধু নাৰায়ণ )

## বিস্তাৰ যুগৰ সাহিত্যত

অসমীয়া সাহিত্যৰ বিস্তাৰ যুগত বিপুল বুৰঞ্জী সাহিত্য, পুৰাণ-কাব্যৰ অনুবাদ, দৰং-ৰাজবংশাৱলী, কথা গুৰু-চৰিত, কামৰত্ন-তন্ত্ৰ, অশ্ব-নিদান, হস্তী-বিদ্যাৰ্ণৱ, শ্ৰীহস্ত মুক্তাৱলী আদি বিবিধ পুথি ৰচনা হৈছিল—এইবোৰৰ মাজতো ৰাজনৈতিক কাৰ্য্যকলাপ, প্ৰণয়-আখ্যান, ৰজাঘৰীয়া ৰুচি, সন্ধি-বিগ্ৰহ, ভকতীয়া নীতি-নিয়ম, তন্ত্ৰ-মন্ত্ৰ, চিকিৎসা, নৃত্য আদি বৰ্ণনা কৰোঁতে অসমৰ লোক-সংস্কৃতিৰ নানা তথ্য, চিত্ৰ আৰু সম্বল পোৱা যায়। কথা-গুৰু চৰিতত ৰাধিকা-শান্তিৰ আখ্যান বৰ্ণনা প্ৰসঙ্গত ৰাধিকাই ভনী-জোৱায়েকৰ আগত ওৰণি খহি পৰা দোষৰ বাবে জুলুকিত পানী ভৰাওঁতে খালী হোৱাৰ যি চিত্ৰ অঙ্কিত হৈছে—সেয়া অসমীয়া সামাজিক সম্বন্ধৰ লৌকিক হেঙাৰৰ ইঙ্গিত দিছে। বুৰঞ্জীত অসমীয়া সাজপাৰ, বণৰ সময়ত



বোৱা কবচ-কাপোৰ, মন্ত্ৰপূত বিৰি, আঙঠি, তৰোৱাল আদিৰ নানা লোক-সাংস্কৃতিক বিষয় সন্নিবিষ্ট হৈছে।

## আধুনিক সাহিত্যত লোক-সংস্কৃতিৰ ৰূপায়ণ

আধুনিক অসমীয়া সাহিত্যৰ কবিতা, গীত, সাধুকথা, গল্প-উপন্যাস, নাটক-নাটিকা, ৰচনা—ৰম্য-ৰচনা, প্ৰবন্ধ আদিত লোক-সংস্কৃতিৰ অঙ্কণ, উল্লেখ তথা চৰ্চ্চা হোৱাৰ নানা নিদৰ্শন পোৱা যায়। এই সম্বন্ধে বহল আলোচনা এনে ধৰণৰ চমু ভাষণত সম্ভৱ নহয়। আমি মাথোন কেইটামান বিষয়ৰ প্ৰতিহে দৃষ্টিপাত কৰিলোঁঃ—

## কবিতা আৰু গীতৰ মাজেদি

অসমীয়া সমাজত ভূত-প্ৰেত, পৰী, দেৱ-দেৱী আদিৰ অলৌকিকতাৰ ওপৰত থকা লোকবিশ্বাস—চন্দ্ৰকুমাৰ আগৰৱালাৰ বনকুঁৱৰী, জলকুঁৱৰী, তেজীমলা, লক্ষ্মীনাথ বেজবৰুৱাৰ ধনবৰ আৰু ৰতনী, নিমাতী কইনা, জ্যোতিপ্ৰসাদ আগৰৱালাৰ কুম্পৰ সপোন আদিত সুন্দৰকৈ ফুটি ওলাইছেঃ—

"হাতো নেমেলিবি পাতো নিছিঙিবি
ক'ৰে নাৱৰীয়া তই।
মানুহে ফুলৰ কি জানে মৰম
তেজীমলাহে মই।..."

"ফুটুকাৰ তলতে যখিনী ছোৱালী
টক্‌টুক্ চাপৰি বায়।
কাৰেনো উৰিব ধনবৰ দুখীয়া
ৰতনী লগতে নাই।..."

"মা, মই সপোনত
দেখিলো দুটা ভূতৰ পোৱালী
আৰু দুজনী

নাক জিলিকা
চকু টেলেকা
টিলিকা টিলিক
পিলিকা পিলিকা
যখিনী ছোৱালী ।…”

দেৱদাসী প্ৰথা পুৰণি অসমৰ শিৱপূজা আৰু দেৱীপূজাৰ লগত জড়িত এটি ধৰ্ম্মমূলক লোকানুষ্ঠান। অতুলচন্দ্ৰ হাজৰিকাৰ “দেৱদাসী’ আৰু দেৱকান্ত বৰুৱাৰ ‘দেৱদাসী’ কবিতাৰ জৰিয়তে নতুন দৃষ্টিৰে এই বিষয়টিৰ কাব্যিক ৰূপায়ণ ঘটিছে—বৰ্ত্তমান সমাজৰ ৰুচি অনুকূলেঃ—

“ব্যথাভৰা জীৱনৰ পুঞ্জীভূত বেদনা বিপুল।
নিবেদিছোঁ চৰণত এই মোৰ অন্তৰ আকুল।…”
(—অতুল হাজৰিকা)

“কাক দিবা? দিবা কাক? মনৰ মাধুৰীৰাশি
শৰীৰৰ শোভা সুকুমাৰ?
দেৱতাক? দেৱতাৰ নুগুচে পিয়াহ; হায় অভাগিনী
প্ৰেমেৰে তোমাৰ।”
(—দেৱ বৰুৱা)

বিয়াৰ লগত জড়িত জোৰোণ বা তেলৰ ভাৰ, নোৱনি-ঘৰ (বেইঘৰ), দৰা-কইনা, ঢোলদগৰ, অয়-অলঙ্কাৰ আদিৰ মনোৰম বৰ্ণনা ৰঘুনাথ চৌধাৰীৰ ‘বহাগীৰ বিয়া’ আৰু বিয়াৰ জৰিয়তে আঁতৰিব লগা হোৱা প্ৰণয়-প্ৰণয়িনীৰ করুণ কাহিনী দেৱকান্ত বৰুৱাৰ ‘কলং পাৰত মাজনিশা’ত ভিন্ ভিন্ কাব্যিক সৌন্দৰ্য্যেৰে ৰূপায়িত হৈছে। সপোনৰ বৰ্ণনা আৰু প্ৰভাৱ গণেশ গগৈ, অতুলচন্দ্ৰ হাজৰিকা, দুলাল বৰপূজাৰী, লক্ষ্য চৌধুৰী, তিলক দাস, শশী গগৈ আৰু কিছুপৰিমাণে যতীন্দ্ৰ দুৱৰাৰ কবিতাত আছে। ৰঘুনাথ চৌধাৰীৰ কবিতাত অসমীয়া লোক জীৱনৰ খণ্ড চিত্ৰ ঠায়ে ঠায়ে মনোৰমকৈ



ফুটি ওলাইছে—

“তোৰ মাত শুনি লাজুকী বোৱাৰী
ববলই এৰে তাত।
হাতৰ মাকোটি হাততেই ৰয়
হেৰায় মুখৰ মাত।”

আধুনিক গীত-সাহিত্যত অসমীয়া লোক-জীৱনৰ নানা খণ্ড চিত্ৰ দুই-এটা শাৰীত বা গীতাংশত পোৱা যায়।

“সোণৰ পালেঙতে অ’ মনেতৰা
সোণৰ পালেঙতে অ’ মনেতৰা।
ধুনীয়া কোঁৱৰৰ ঘুমতি নাহিলে
কপাহৰ তলিচা পৰা মনেতৰা॥”

‘কাৰেঙৰ লিগিৰী’ৰ এই গীতে নিচুকনি গীত আৰু ‘কাণখোৱা’ পুথিৰ লহৰ প্ৰতিধ্বনি কৰিছে। ‘হে দোলা, হে দোলা, একা-বেঁকা বাটেৰে কঢ়িয়াওঁ কঢ়িয়াওঁ বৰ বৰ মানুহৰ দোলা’…“চৈ দিয়া গৰুৰ গাড়ীত কাৰ বিয়া যায়…” “বহাগৰ দুপৰীয়া নিমাত নিজম…” আদি কথাৰে আৰম্ভ হোৱা গীতবোৰত লৌকিক চিত্ৰ আছে। এনে গীতৰ ৰচক-ৰচয়িত্ৰীসকলৰ মাজত মিত্ৰদেৱ মহন্ত, জ্যোতিপ্ৰসাদ আগৰৱালা, বিষ্ণুপ্ৰসাদ ৰাভা, পাৰ্ব্বতিপ্ৰসাদ বৰুৱা, ভূপেন হাজৰিকা, নৱকান্ত বৰুৱা, কেশৱ মহন্ত, ৰুদ্ৰ বৰুৱা, নিৰ্ম্মলপ্ৰভা বৰদলৈ আদিও আছে।

## সাধুকথা-উপন্যাস-গল্পৰ যোগেদি

সাধুকথাবোৰ নকৈ লিখি উলিয়াই আমাৰ লোক-সংস্কৃতিৰ নানা চিত্ৰ অঙ্কণত লক্ষ্মীনাথ বেজবৰুৱাই বুঢ়ীআইৰ সাধু, ককাদেউতা আৰু নাতিল’ৰা আদিৰে, শৰৎচন্দ্ৰ গোস্বামী, ত্ৰৈলোক্যেশ্বৰী দেৱী

বৰুৱানী, হৰিপ্ৰসাদ বৰুৱা আদিয়ে বৰঙণি যোগাইছে। খণ্ডবাক্য সাঁথৰ, ফকৰা, বাৰমাহী, যোজনা, ডাকৰ বচন আদিৰ সংগ্ৰহৰ ক্ষেত্ৰতো ভদ্ৰসেন বৰা, বেণুধৰ শৰ্ম্মা, বেণুধৰ ৰাজখোৱা, প্ৰফুল্ল বৰুৱা, লঘনুৰাম মহন্ত, দণ্ডীৰাম দত্ত, শ্ৰীৰামচন্দ্ৰ দাস, ফণীন্দ্ৰ কলিতা, অতুলচন্দ্ৰ বৰুৱা আদিয়ে চেষ্টা চলাইছে।

উপন্যাসৰ যোগেদি জনজাতীয় জীৱন আৰু সংস্কৃতিৰ পৰিচয় ৰজনীকান্ত বৰদলৈৰ 'মিৰি-জীয়ৰী', প্ৰফুল্লদত্ত গোস্বামীৰ 'কেঁচা পাতৰ কঁপনি', বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্যৰ 'ইয়াৰুইঙ্গম্', কৈলাশ শৰ্ম্মাৰ 'বিদ্ৰোহী নগাৰ হাতত', 'অনামী নাগিনী' আদিত পোৱা যায়। অসমীয়া গঞা জীৱনৰ নানা চিত্ৰ আৰু পৰিবেশ, আধুনিক সমাজৰ সংঘাতৰ মাজেদি দণ্ডিনাথ কলিতাৰ 'সাধনা', বিৰিঞ্চিকুমাৰ বৰুৱাৰ 'জীৱনৰ বাটত', 'সেউজী পাতৰ কাহিনী', দীননাথ শৰ্ম্মাৰ 'নদাই', দৈৱচন্দ্ৰ তালুকদাৰৰ 'অপূৰ্ণ', চৈয়দ আব্দুল মালিকৰ 'সুৰুযমুখীৰ স্বপ্ন', ৰাধিকামোহন গোস্বামীৰ 'চাকনৈয়া', নৰকান্ত বৰুৱাৰ 'কলংপৰীয়া সাধু', আত্মনাথ শৰ্ম্মাৰ 'জীৱনৰ চাৰি অধ্যায়, যোগেশ দাসৰ 'ডাৱৰ আৰু নাই' আদি ভালেমান উপন্যাসত আংশিক ৰূপত ফুটি ওলাইছে।

ইয়াৰ বাহিৰেও এচাম ঔপন্যাসিকে আধুনিক নব্য জীৱনৰ পটভূমিৰ হেৰাই যাব খোজা গঞা জীৱনৰ নিখুঁত ছবি আঁকিছে— দেবেন্দ্ৰনাথ আচাৰ্য্যৰ 'অন্য যুগ অন্য পুৰুষ'—এখন সাৰ্থক সামাজিক উপন্যাস ঃ

"গধূলিতে সদাশিৱ দেৱতাৰ প্ৰসাদস্বৰূপে এবাটি ঘোটা, পাঁচোটা ভাঙৰ লাড়ু আৰু এচিলিম তিয়াৰী মোহনী ভাং খাই টুলুটুলু হোৱা চকু দুটা বৰ কষ্টেৰে অকণমান মেলি কলে—'থ, থ—! নদাইৰ পুতেক সৰুটোক গায়ন লৈ আৰু ৰিখেচৰক কৃষ্ণ সাজি হাৰিয়াল গাঁৱত এনে ভেকোভাওনাখন পাতিছে তাকে এই বুঢ়া



বয়সত মই টোপনি খতি কৰি চামগৈ!...."

জমিৰুদ্দিন আহমদ, মহম্মদ পীয়াৰ, কুমাৰ কিশোৰ, আলিমুন্নিছা পীয়াৰ, নিৰুপমা বৰগোহাঞি, প্ৰবীণা শইকীয়া আদিৰ বিবিধ কথা-সাহিত্যত ঠায়ে ঠায়ে একোটা লোক জীৱনৰ খণ্ড-চিত্ৰ দেখিবলৈ পোৱা যায়।

আধুনিক গল্প-সাহিত্যত লোক-সংস্কৃতিৰ খণ্ড পৰিচয় আৰু আংশিক ৰূপায়ণ ঘটিছে। ভূতৰ ভয় দেখুৱাই মাজনিশা গৃহিণীক হাতৰ মুঠিলৈ অনা কলা-কৌশল এটি ৰমা দাশৰ 'ছলে-বলে-কৌশলে' নামৰ গল্পত ফুটি ওলাইছে। ত্ৰৈলোক্যনাথ গোস্বামীৰ গল্পবোৰত অসমীয়া দুখীয়া আৰু নিপীড়িত সমাজৰ অন্ধবিশ্বাস, অবিচাৰ আদি ফুটি ওলাইছে—এই ফালৰ পৰা এয়া সমাজ সচেতনতা তথা লোক-জীৱনৰ চিত্ৰ। আৱাহন-যুগৰ অন্যান্য গল্পকাৰ লক্ষ্মীধৰ শৰ্ম্মা, মহীচন্দ্ৰ বৰা, নগেন্দ্ৰ চৌধুৰী, হলীৰাম ডেকা, কৃষ্ণ ভূঞা, সদানন্দ দাস, দুলালচন্দ্ৰ বৰঠাকুৰ আদিৰ গল্পত লোক-মানসৰ আঁচোৰ বাৰুকৈয়ে পৰিছে। বিষ্ণু ৰাভাৰ 'সোণপাহি', মহিম বৰাৰ 'কাঠনিবাৰী ঘাট', ভবেন্দ্ৰ শইকীয়াৰ 'গহ্বৰ' আদিত সামাজিক খণ্ডচিত্ৰ আছে। চৈয়দ আব্দুল মালিক, যোগেশ দাস, বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য, লক্ষ্মীনন্দন বৰা, মেদিনী চৌধুৰী আদিৰ সৃষ্টিতো জন-জীৱনৰ জিলিঙনি সঘনে দেখা যায়।

## নাটকীয় সাহিত্যত

লক্ষ্মীনাথ বেজবৰুৱাৰ জয়মতী কুঁৱৰী আৰু ধেমেলীয়া নাট্যাৱলী, পদ্মনাথ গোহাঞিবৰুৱাৰ গদাধৰ, জয়মতী, গাওঁবুঢ়া, ভূত নে ভ্ৰম, টেটোন তামুলী আদি, জ্যোতিপ্ৰসাদ আগৰৱালাৰ 'কাৰেঙৰ লিগিৰী', 'ৰূপালীম' আদি, সুৰেশ গোস্বামীৰ 'ৰূণুমী', পদ্মধৰ চলিহাৰ 'নিমন্ত্ৰণ', কমলানন্দ ভট্টাচাৰ্য্যৰ নগাকোঁৱৰ, দৈৱচন্দ্ৰ তালুকদাৰৰ 'বামুণীকোঁৱৰ',

মিত্ৰদের মহন্তৰ 'বিয়া-বিপৰ্য্যয়,' দুৰ্গাপ্ৰসাদ মজিন্দাৰবৰুৱাৰ 'মহৰি,' হেমচন্দ্ৰ বৰুৱাৰ 'কানীয়াৰ কীৰ্ত্তন' আদি বিবিধ নাটেৰে আৰু বৰ্ত্তমানৰ একাঙ্কিকা তথা অনাতাঁৰ নাটিকাবোৰৰ জৰিয়তে প্ৰসঙ্গক্ৰমে জন-জীৱন আৰু লোক-সংস্কৃতিৰ দৃশ্য অঙ্কন কৰা হৈছে; কিন্তু এয়া আংশিক আভাসহে, সুচিন্তিত আৰু পৰিকল্পিত ৰূপায়ণ নহয়।

## প্ৰবন্ধ ৰচনা আদিত

প্ৰবন্ধ, ৰচনা, ৰম্যৰচনা আদিৰ মাজেদি অসমৰ লোক-সংস্কৃতিৰ বৰ্ণনা প্ৰত্যক্ষ-পৰোক্ষভাৱে নানা দিশত ঘটিছে। অসমৰ লোক-সংস্কৃতি (বিৰিঞ্চি বৰুৱা), অসমীয়া জন-সাহিত্য (প্ৰফুল্লদত্ত গোস্বামী), অসমৰ লোক উৎসৱ (প্ৰমোদ ভট্টাচাৰ্য্য), অসমীয়া গীতি সাহিত্য (মহেশ্বৰ নেওগ), এই গাওঁ, এই গীত (হেম বৰুৱা), জিকিৰ (আব্দুল মালিক) আদি বিষয়ক গ্ৰন্থ আৰু আলোচনা আমাৰ জনগণৰ বিষয়ে চিন্তামূলক চৰ্চ্চা। বিশ্ববিদ্যালয়, অসম সাহিত্য সভা আৰু লোক-সংস্কৃতি সমাজ আদিৰ জৰিয়তে কেবাজনো আগ্ৰহশীল লোকে জন-সাহিত্য, জন-সংস্কৃতি আদিৰ বৰ্ত্তমানে গবেষণামূলক চৰ্চ্চা কৰি আছে। অসমৰ জনজাতীয় গীত-মাত, সাহিত্য, সমাজ, সংস্কৃতিৰ ক্ষেত্ৰতো কেবাজনো জনজাতীয় ডেকা তথা জনজাতীয় লোকে নানা বিষয়ত পুথি-প্ৰবন্ধ ৰচনা কৰিছে।

## সামৰণি মন্তব্য

আধুনিক যুগত কবিতা, গীত, ঝুমুৰ, সাধু-আখ্যান, গল্প-উপন্যাস, নাটক-নাটিকা, ৰচনা-প্ৰবন্ধত কিমান পৰিমাণে আৰু কেনে ধৰণে লোক-সংস্কৃতিৰ ৰূপায়ণ হৈছে—সেইবোৰ বিশিষ্টলোকে বহলাই আলোচনা কৰিব বুলি আশা ৰাখি সামৰণিত কওঁ:



(১) অসমীয়া সাহিত্যৰ বিভিন্ন দিশ আৰু স্তৰত লোক-সংস্কৃতিৰ ৰূপায়ণৰ ফলত অসমীয়া সাহিত্য, ছন্দ আৰু প্ৰকাশভঙ্গীৰ ক্ষেত্ৰত বিচিত্ৰ, জনমুখী আৰু প্ৰাণস্পৰ্শী হৈ উঠিছে।

(২) অসমীয়া সাহিত্যৰ বিভিন্ন বিভাগত তত্ত্ব, চিন্তা আৰু গভীৰতা থাকিলেও লোক-সংস্কৃতিৰ বৰ্ণনা আৰু উল্লেখে ইবোৰক ৰসৰন্ত, আকৰ্ষণীয় আৰু কিছু প্ৰাঞ্জল কৰি তুলিছে।

(৩) অসমীয়া সাহিত্যত লোক-সংস্কৃতিৰ ৰূপায়ণ ক্ৰমে বৃদ্ধি হলেহে—ই অধিকতৰ শক্তিশালী আৰু ব্যাপক হৈ জন-গণৰ মাজত সুপ্ৰচাৰিত হব বুলি বিশ্বাস কৰোঁ।

—জয় আই অসম—

২৫ এপ্ৰিল শ্ৰীপ্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য

# শান্তম্ শিৱম্ অদ্বৈতম্

## ॥ পূজাৰ্হ হৃদয়ৱন্ত কবিসকল আৰু সজ্জনসকল ॥

অসম সাহিত্য সভাৰ শাখা সভাসমূহৰ সভাসকলে মোৰ নিচিনা অপদাৰ্থ মানুহ এটাক যে লঠিয়া মাৰি এই কবি সন্মিলনৰ গুৰি ধৰা মানুহটো কৰি, পাতি, পঠিয়ালে তাৰ বাবে সভ্যসকলক কি বুলি অভিনন্দ জনাওঁ, তাক মই ভাবি পোৱা নাই। আজি ধূপৰ ধোঁৱাৰ মাজত কমলবনৰ সৰস্বতীৰ পদৰেণুৰ স্পৰ্শ পাইছোঁ হবলা আৰু সুৰভিত, সুগন্ধিত আপোনাসকলৰ বদন-পদ্মৰ বাণীয়ে সেই অমৃতময়ী বাণীৰ মহিমাকে বহন কৰি আনিছে যেন লাগিছে। গোটেই জীৱনতে কোনো পদাৰ্থ মই গোটাব নোৱাৰিলোঁ, সাধনা বুলি কোনো কথা মোৰ অভিধানত নাই, দুটা-এটা দোৰোণ ফুল দি মাথোন মই বাণীৰ সেৱা কৰিছোঁ। এনে স্থলত আপোনাসকলে যে মোক এই সন্মান দিলে তাৰ বাবে মই নথৈ কৃতজ্ঞ।

মানুহৰ দুৰ্ভাগ্য যে, কবিতাৰ জগতত মানুহ বিচৰণ কৰিব-লগীয়া হলেও অকল কবিত্বই নাই। কবিতাৰ বাহিৰেও ইমান বস্তু আছে যে, তুলাচনিত তুলি দিলে সেইবোৰৰ ভৰ কবিতাৰ ভৰতকৈ অনেক গুণে বেছি হ'ব। যদি ওলোটাটো হলহেঁতেন অৰ্থাৎ যদি কবিতাৰ ভৰ বস্তুবোৰৰ ভৰতকৈ বেছি হলহেঁতেন তেনে জগতখনৰ অৰ্থই সুকীয়া হ'লহেঁতেন। জগত বুলিলে কেৱল আমাৰ চকুৰে দেখা জগতখনকে বুজিব নেলাগে, বৈচিত্ৰ্যৰে ভৰা অথচ চিৰ-অচিনাকি বিপুল জগতখনক বুজিব লাগে, বাতৰি কাকতৰ কোলাত যাৰ



বৈচিত্ৰ্যময় দুই-এটি বাতৰি আমাৰ গোচৰীভূত হয় মাথোন। ইমান বিচিত্ৰৰ মাজত কবিতাও জানো অবিচিত্ৰ হৈ থাকিব পাৰে? নতুন পুৰুষে নচিকেতা বাসনাৰে কত ইদানিন্তন বিচিত্ৰ বাতৰি সুঁৱৰিব লাগিব। আজি সেই যুগ আহিছে, গতিকে কবিতাও যে গধুৰ হ'ব পাৰে তাত সন্দেহ নাই।

তথাপিও বিবিধ বৰণৰ নাম কব নোৱাৰা ফুলৰ ইমান সমাৰোহ যে, ফুলক কোনে ৰূপ আৰু বৰণ দিলে তেওঁক জানিবৰ মন যায়; কোনোবা ঘনশ্যামক তেওঁ বুলি ভ্ৰম হয় সঁচা; কিন্তু সি মেঘ, পৰ্বত অৰণ্যৰে ডাঠ ছাঁ মাথোন। ফুলৰ লগত প্ৰকৃতি আৰু প্ৰকৃতিৰ লগত মানৱ-প্ৰকৃতি এনেভাৱে বিজড়িত হৈ আছে যে ফুলকেই কবিতাৰ প্ৰথম প্ৰকাশ বুলি ক'বৰ মন যায়। বসন্ত-ঋতুৰ আগমনৰ লগে লগে কোনে জানে কিয় দক্ষিণ বতাহৰ আবিৰ্ভাৱ হয় আৰু চাওঁতে চাওঁতে গছ-লতাৰ বুকুত নতুন জীৱনৰ শিহৰণ। হাবিৰ মাজে মাজে যোৱা বাটকৰাক নাহৰ গছজোপাৰ অসংখ্য কুঁহিপাতৰ বৰণ আৰু নাচোনে চমক খুৱাই দিয়ে। এই চমকনিয়েই শেষ নহয়, নাহৰ ফুলৰ সুবাসত তেওঁ তন্ময়ো হ'ব লাগে। ফুলে ক'ত পালে এই ৰূপ আৰু এই গন্ধ? শিহৰণ মানে হ'ল ৰস আৰু শব্দ হ'ল বতাহৰ অবিশ্ৰান্ত ধ্বনি। ফুলৰ দোষ নাই, বসন্ত ঋতুৰেই এই চক্ৰান্ত। এই চক্ৰান্তৰ লগত যোগ দি কুলি আৰু কেতেকী চৰাই আহে, যাৰ মাতত শব্দই মোট সলাই পঞ্চম ৰাগিণীত পৰিণত হয়। এতিয়া মানৱ প্ৰকৃতিক লাগে পৰশৰ নিবিড়তা। বসন্তৰ মলয়াৰ স্পৰ্শই গা শীতল নকৰে জানো? মানৱ-প্ৰকৃতি আৰু যায় কলৈ? প্ৰকৃতিয়ে ছবি হৈ, সুৰভি হৈ, গীত হৈ, ৰস হৈ আগেয়ে দেখা দিলেই এতিয়া পৰশ হৈ মানুহক সম্পূৰ্ণ কবিত্বত অভিষিক্ত কৰিব খোজে। মানুহৰ উপকৰণ আছে সৃষ্টিৰ, কাৰণ তেওঁ শিল্পী। শিল্পীৰ হাতুৰি-বটালি সকলো তেওঁৰ আছে। যি বিশ্বপ্ৰকৃতিয়ে মানৱপ্ৰকৃতিৰ ওপৰত ইমান প্ৰভাৱ বিস্তাৰ কৰি তেওঁক সম্পূৰ্ণৰূপে অভিভূত কৰিলে,

মানুহে ইয়াৰ কি প্ৰতিদান বিশ্বপ্ৰকৃতিক দিব? নিজৰ সৃষ্টিৰ দ্বাৰা মানুহে নিজকে নিজে ধন্য কৰিব। সেইবাবে মানুহৰ ওঁঠত ভাষা আৰু কণ্ঠত গীত উপজিল আৰু নানা লয় ধ্বনি, আৰু ছন্দেৰে তৰঙ্গায়িত হৈ উঠিল শব্দ।

আদিকবি বাল্মীকিৰ কণ্ঠত যেনেকৈ শোক শ্লোক হৈ উপজিল, সেইদৰে আদি-মানুহৰ কণ্ঠতো শব্দই কবিতা হৈ দেখা দিলে। এই কবিতাৰ অঞ্জন চকুত লৈ তেওঁ অকল বিশ্বপ্ৰকৃতিকে শুৱনি নেদেখিলে, তেওঁ নিজকো শুৱনি দেখিলে আৰু তেওঁৰ আশে-পাশে থকা সকলো জীৱ-জন্তু, বন-উপবন, নৈ-বিল, পৰ্ব্বতকো সৌন্দৰ্য্যত বুৰ গৈ থকা দেখিলে; কিন্তু বসন্ত ঋতুৰেইতো মানুহৰ সৰ্ব্বস্ব নহয়, নাহৰ-ফুলতো চিৰকাল নাহৰ গছৰ গাত নেথাকে। হঠাৎ আকাশত কলা মেঘে দেখা দিয়ে, বিজুলীয়ে চিকমিকায় আৰু গাজনিত কাণ কলা হ'বৰ উপক্ৰম হয়। 'দত্ত, দয়াধ্বম দময়ত'। ইলিয়ট চাহাবে লেখিছে—

Waited for rain, while the black clouds
Gathered far distant, over Himavant.
Datta. Dayadhvam. Damyata
Shantih: Shantih. Shantih
.........Spoke the thunder
.........What have you given ?
My friend, blood shaking my heart.
The Sea was calm ... ... ... ...
Your heart would have responded.

শঙ্কৰদেৱে মহাপুৰুষে লেখিছে—

লোকত সুহৃদ মেঘগণ মহা ধীৰ।
চঞ্চল বিজুলী ছটা তাতো নুহি থিৰ॥

মেঘৰ মাত শুনি ভেঁকুলীৰো সুৰ জাগে আৰু মানুহৰ যেতিয়া এই বসন্তৰ স্বপ্ন ভাগে, তেতিয়া তেওঁ দেখে দিঠক কি কঠোৰ! যি শিৱই জীৱ, তেৱেঁই ৰুদ্ৰ হৈ জীৱন ধ্বংস কৰিব খোজে, যি পানীয়ে জীৱন ৰক্ষা কৰে, সেই পানীয়েই বানপানী হৈ খেতি-পথাৰ উটুৱাই নিব খোজে, যি বতাহে ফুলৰ গোন্ধ বোকোচাত কঢ়িয়াই আনি মানুহৰ ঘৰে ঘৰে বিলাই দিয়ে, সেই বতাহেই ধুমুহাৰ ৰূপ লৈ গছ-বন উঘালি পেলায়। বিশ্বপ্ৰকৃতিৰ এই সকলো লক্ষণৰ লগত মানৱপ্ৰকৃতিয়ে সমানে তাল দি যাব লাগিব; নহলে সৃষ্টি হব নিৰৰ্থক।



আজিৰ যি ভাৰত, আগেয়ে তাৰ লগত বৰ্ষ উপসৰ্গ যোগ আছিল। শঙ্কৰদেৱে কৈছিল, ভাৰতবৰিষ। আকৌ ভাৰতে কৈছিল, যেনে ভাৰত ৰত্নৰ দ্বীপ, মনুষ্য শৰীৰ নৌকা। কথাতে কয় সপ্তদ্বীপা পৃথিৱী। ভাৰতবৰ্ষ আচলতে দ্বীপ জানো? সমগ্ৰ এচিয়া হলে হ'ব পাৰে তেনে এটা দ্বীপ। এই দ্বীপৰ প্ৰায় মাজৰ ৰাজহাড় হ'ল হিমৱন্ত বা হিমালয়। সেই যুগৰ মানৱৰ হিমালয়ক কেন্দ্ৰ কৰি এক কল্পনাৰ উদ্ভৱ হয়। আদি-অন্ত নথকা অপৰিমাপ্য এই হিমালয়ৰ এক কন্যা হ'ল, যাৰ নাম পাৰ্বতী। বিশ্বপ্ৰকৃতিকে মানুহৰ ৰূপত পাৰ্বতীকৈ গঢ়িলে ভাৰতৰ আদিমতম্ কবিয়ে। পৰ্বত-অৰণ্যৰ শ্ৰেষ্ঠ শ্বাপদ সিংহক তেওঁৰ বাহন কৰি দিলে; কিন্তু কন্যা হৈ থাকি পাৰ্বতীয়ে কৰিব কি? কালিদাসৰ কবিতাত আছে, 'জগতঃ পিতৰৌ বন্দে পাৰ্ব্বতী পৰমেশ্বৰৌ।' পাৰ্বতীক পৰমেশ্বৰ-লৈকে বিয়া দিয়া যাওক! কিন্তু পৰমেশ্বৰ কোন? গীতাত যি 'ৰুদ্ৰানাং শঙ্কৰশ্চামি,' তেৱেঁইতো ঈশ্বৰ। গতিকে তেওঁৰ লগতে হওক পাৰ্বতীৰ বিয়া। কালিদাসৰ কুমাৰসম্ভৱ কাব্যত তাৰ বৃত্তান্ত বাহুল্যতৰ। যি কবিৰ চকুত মহাপ্ৰকৃতি পাৰ্বতী, সেই কবিৰ চকুতে হিমালয় আৰু হিমালয়ৰ তুষাৰ ধৱল্ শিখৰ আৰু গঙ্গা-অলকানন্দা, আৰু তাৰ নানা সৰীসৃপ, বিশালকায় সৰ্প, অৰণ্যৰ টেঁকীয়াপতীয়া বাঘ আৰু তাৰ বিতোপন ছালৰ বসন আৰু সৰ্পৰ অলঙ্কাৰ পৰিহিত আৰু দেৱদাৰু গছেৰে আবৃত অৰণ্যময় লতা গুল্ম পৰিবৃত পৰ্বত

শিখৰ, যাৰ পিঙ্গল জ'টা আৰু সেই জ'টাৰ একাষে দ্বিতীয়াৰ বেঁকা জোন পৰিদৃশ্যমান। এনে মনোহৰ কল্পনাৰ বাস্তৱ ৰূপেইতো শিৱ; কিন্তু মৰুভূমিত এনে কল্পনা থিয় হ'ব পাৰে জানো? অথবা লোহিত সাগৰৰ জৰ্ডানত? তাত সকলো ঈশ্বৰৰ প্ৰতীক। সেইবাবেই কাৰবালা আৰু টেষ্টামেণ্ট্।

যি হওক চালি-জাৰি চালে দেখা পোৱা হয় মানৱৰ চিৰন্তন সাধনা। এই কবিত্বৰ সাধনা, যাৰ বাবেই ঈশ্বৰে মানুহক বিশ্বপ্ৰকৃতিৰ মাজেদি দেখা দিয়ে, চকুৰ লোতকৰ মাজেদি দেখা দিয়ে। ফুল ফুলাবৰ কাৰণে কোনে ঋতু-বৈচিত্ৰ্যৰ সৃষ্টি কৰিলে? চকুৰেদি জৰ্-জৰ্কৈ বৈ আহিবৰ বাবে চকুলো সৃষ্টি কৰিলে কোনে? আৰু কিয় কৰিলে? এইবোৰ জানিবৰ মন যায়। কবিয়ে অকল হিমালয়কে বা গঙ্গাকে লৈ ব্যস্ত নেথাকিল, তেওঁ সূৰ্য্যলৈকো চকু দিলে। প্ৰথম কবিয়ে এই সূৰ্য্যৰ নাম দিলে বিষ্ণু। বিষ্ণুৰ হাতত বোলে সুদৰ্শন চক্ৰ থাকে। বেলিটোৰেই দেখোন তেনে! আকৃতিত চক্ৰৰ দৰে বেলিটো হ'ল জগতৰে চকু অৰ্থাৎ দৰ্শন। সূৰ্য্যৰ তেজত ডাঃৰ সঞ্চাৰিত হয়, বৰষে অজস্ৰ বৰষুণ। বাৰিষা হয়। বাৰিষা সৃষ্টিৰ। শস্য সমাৰোহৰ এই বাৰিষা। ভূমি-লক্ষ্মীৰ লক্ষ্মীশ্ৰী বাঢ়ি উঠে। অসমীয়া আদিকবি ডাক পুৰুষে গায়—

সুজল বৰিষণ।
সুপুৰুষ কিৰিষণ॥

সূৰ্য্য যদি বিষ্ণু হয়, তেনে ভূমি-লক্ষ্মীয়েই হ'ল লখিমী, যাৰ দ্বাৰা শস্য-সম্পদ, কৃষি-বাণিজ্য, ধন-দৌলত। কবিৰ কল্পনা মনোহৰ। যুগে যুগে কবিয়ে তাৰ বাবে মন্ত্ৰও ৰচনা কৰিছে। নানা পুৰাণ, নানা সংহিতা, বেদ, ব্ৰাহ্মণ, উপনিষদ, তন্ত্ৰ, ইতিহাস, দৰ্শন, যাৰ আদি অন্ত নাই। মানুহৰ নান ভাষাত নানা প্ৰকাৰে এই জ্ঞান-গ্ৰন্থসমূহৰ আদি-অন্ত নাই। চিকিৎসা-শাস্ত্ৰ আয়ুৰ্বেদ পৰ্য্যন্ত কবিতাতে ৰচিত। মানৱ-জীৱনৰ লগত কবিত্ব ইমান ওতঃপ্ৰোত। কোনে জানে, কিয় আজি



পৰ্য্যন্ত মানুহৰ জীৱনত এই কাব্যস্ৰোত বন্ধ হোৱা নাই? যুগে যুগে তাৰ ৰীতি বদলিছে; কিন্তু মূল সুৰ একেই আছে। যেনেকৈ একেই আছে আকাশ, একেই আছে সাগৰ, একেই আছে মাটি, পানী আৰু জুই। বদলিছে আকৃতিত; কিন্তু তাৰ প্ৰকৃতিত নহয়। কবিতাৰো সেইদৰে আকৃতিৰ পৰিবৰ্ত্তন ঘটিছে; কিন্তু মূল প্ৰকৃতিৰ পৰিবৰ্ত্তন ঘটিছে বুলি মনে নধৰে। সৃষ্টিৰ বাবে মানুহ বলিয়া সঁচা; কিন্তু সৃষ্টি দুবিধ, এবিধ অহৈতুক আনবিধ উদ্দেশ্যমূলক। অহৈতুক যি, তাত প্ৰকৃত কবিত্বৰ পৰশ আছে। এবিধ চৰাই আছে, সিহঁত বৰ ওপৰলৈ উৰে, শূণ্যত এটা বিন্দুৰ দৰে হৈ সিহঁতে পক্ষ সঞ্চালন কৰি থাকে। চুৰাপাতনিৰ অন্নভোজন কৰা বায়স পক্ষীৰ দৰে সিহঁত নহয়। সিহঁতৰ উৰাটোৰেই আনন্দ। গধূলিৰ আকাশত তেলটুপি চৰায়ো তেনে আনন্দত মতলীয়া। সূৰ্য্যাস্তৰ সময়ৰ হেঙুল-হাইতালৰ বৰণ চাই সিহঁতৰ ইমান আনন্দ যে, সেই আনন্দ উৰণৰ ভঙীতে ধৰা পৰে। উদ্দেশ্যধৰ্মী অন্যান্য চৰাইৰ, চোঁমাৰি উৰি যোৱা দেখিছোঁ। সেই চোঁমৰাত হিংসা নেথাকিলেও আহাৰৰ বাবে উৎকট লোভ আছে। ফেঁচু চৰায়ে ধোঁৱা খায়; কিন্তু ধোঁৱা খাই জানো পেট ভৰে? সি বোলে সকলো চৰাইৰ ৰজা। কবিতাৰ ৰজা মানুহৰ ভিতৰত কোন কোন তাক ভাবিবৰ মন যায়। যি সকল কবি অহৈতুক, আনন্দই যাৰ কবিত্বৰ বাহন, তেনে কবিসকলেই যে কবিতাৰ ৰাজ্যৰ ৰাজচক্ৰৱৰ্ত্তী হ'ব তাক দুই কৰিব নোৱাৰি; কিন্তু আজি-কালি আৰু ৰাজাধিৰাজৰ যুগ নাই। বিক্ৰমাদিত্য, ভিক্টোৰীয়া মহাৰাণী নতুনকৈ আৰু নোপজে। যি নামত তেনে হৈছে, মানত নহয় তেওঁবিলাকৰো চিভেলৰীৰ ( chivalry ) মাত্ৰাও সত্যাগ্ৰহেই, তাতকৈ বেছি নাই। যি দুই-এক তেনে বিয়াগোম পুৰুষ বা মহিলাই ৰাজমাতা বা ৰাজপুৰুষ হৈ, মূৰ দাঙি উঠিব খুজিছে তেওঁবিলাকৰ যে কবিত্বৰ প্ৰতি কিবা সমাদৰ আছে তেনে মনে

নধৰে। তেওঁবিলাকে অৰণ্যে সংস্কৃতিৰ প্ৰতি শেনৰ দৰে চকু দিছে বা দিব খুজিছে ; কিন্তু তাৰ পৰা প্ৰকৃত কবিত্বৰ কিবা হৰণ-ভগন হ'ব বুলি আমাৰ ক্ষুদ্ৰ বুদ্ধিৰে ঢুকি নেপায়। কথাটো অলপ বহলাই কওঁ। উপমাৰেই ক'ব লাগিব। সকলোৱে দেখিছে, কলাপাত সকলোবোৰ গছ পাততকৈ ডাঙৰ অথচ কলগছেই সকলোতকৈ দুৰ্ব্বল গছ। কলাপাতখিলা প্ৰভুৱে বা আই প্ৰকৃতিয়ে এনেভাৱে সাজিছে যে তাৰ আগটো ক্ৰমে সৰু হৈ গৈছে। এইটো কেৱল আগলি কলাপাতখিলা বতাহত লৰে চবে বুলিবলৈকে নহয় তাৰ দ্বাৰা ফুল-নৈবেদ্য আদি ঢাকি থবৰ বাবে তাৰ সংস্কৃতিৰ ৰূপত গঢ়া পাতখিলাৰ অন্যান্য অংশও সেইদৰে অন্নাদি ভোজন কৰিবৰ বাবে সুবিধাজনক গঢ়ত গঢ়িত, তাৰ দ্বাৰা কলাপাতৰ জন্মৰেই সাৰ্থক আৰু সুফলস্বৰূপ কদলি এঠোকা প্ৰসৱ কৰিয়েই কলগছজোপাৰ মৃত্যু। তেনেস্থলত যদি এই কলগছক আওকাণ কৰি আমি সকামেনিকামে কাঁহী, বেৰাকাঁহী, থাল, পান্‌ধোৰা আদিকে চলাই দিওঁ তেনে তাৰ দ্বাৰা এদল শ্ৰমশিল্পী উপকৃত হব সঁচা ; কিন্তু সৰ্ব্বসাধাৰণ সৰহভাগ মানুহে লোৰব কলাই কৰা থাল আনিহে তাত খাব লাগিব। কলগছজোপাৰ আত্মোৎসৰ্গ আৰু কোনো কামতে আৰু মানুহৰ নাহিব। মহাপুৰুষ গুৰুজনে 'কৰতল কমল কমল দল নয়ন' কবিতাটো কলাপাতত লেখিছিলনে সাঁচিপাতত লেখিছিল তাৰ একো নজিৰ নেথাকিলেও সেই কামটো কলাপাততে সাধিত নাই হোৱা বুলি আমি ক'ব নোৱাৰো, কাৰণ আখৰ লেখিবলৈ শিকোতা কুমলীয়া লৰাৰ বাবে উপযোগী কৰিয়েই কলাপাতৰ কোলাত সমানে আঁচ টনা আছে। এই কলগছৰ দৰেই প্ৰকৃত কবিৰ জীৱন, অথচ সংস্কৃতিৰ বানকাঁহীক তল পেলাই, যুদ্ধ কৰি, জয়ী হ'বলৈ কলগছে কোনোদিনে ৰজা-মহাৰজাৰ আশ্ৰয় ভিক্ষা কৰা নাই। বানকাঁহীয়েহে চাংমাইসকলৰ হাতেদি বজাঘৰীয়া সমাদৰ পাবলৈ ঢং ঢংকৈ কাঁহৰ ঘণ্টা বজাই, কাণৰ কণামাকবি সৰোৱা



যেন লাগে। কলাপাতৰ তাৰ বাবে অলপো আপচোচ্ নাই, জন্ম সাৰ্থক কৰাৰ আনন্দতে সি মত্তলীয়া। কথাটো যেনেকৈ ক'ব খুজিছিলোঁ তেনেকৈ ক'ব নোৱাৰিলোঁ হ'ব পায়। সংস্কৃতি বোলা কথাটো সিমান তুলুঙা নহয়, সি যদিও মূল সৃষ্টি-বস্তুৰ অনুকৰণত সৃষ্টি-ধৰ্ম্ম লাভ কৰে তাৰ সেই ধৰ্ম্মত অহঙ্কাৰ থাকিব পাৰে ; কিন্তু অধৰ্ম্ম নেথাকে। 'অহঙ্কাৰ থাকন্তেও সাক্ষাতে কৃষ্ণক পাৰে শ্ৰৱণ কীৰ্ত্তন ধৰ্ম্ম যাৰ' বুলি মহাপুৰুষ মাধৱদেৱে ঘোষা শাস্ত্ৰত লেখি গৈছে। সংস্কৃতি যাইকৈ যদি শিল্পবস্তুৰ ওপৰতে নিৰ্ভৰ কৰে তাত অহঙ্কাৰ থাকিবই আৰু সেইবাবে বহুতো ধৰ্ম্মৰ যি ভাগ সংস্কৃতি তাৰ হেৰফেৰ হলেই ধাৰ্ম্মিকসকলৰ চেলাউৰিৰ আগ দুটা থোপ খায়। কবিতাকো যদি শিল্পবস্তু বুলি ধৰা হয় তেনে তাৰ ছন্দতহে তাৰ ৰূপ থাকিব, কবিতাৰ মৰ্মস্থানত শিল্পৰ একো হাত নাই। কাব্য-শিল্প যাইকৈ সেইটোহে, য'ত আখৰৰ সংখ্যা গণনা কৰি, অনুপ্ৰাস, ব্যঞ্জনাৰ বিচাৰ কৰি তাৰ ৰূপ দিবলৈ যত্ন কৰা হয় অৰ্থাৎ কষ্ট কৰি, মেহনত কৰি, পৰিশ্ৰম কৰি কাব্য ৰচনা কৰা হয় ; কিন্তু স্বতঃস্ফূৰ্তভাৱে যি কাব্য বাণী, ভোমোৰাৰ গুঞ্জনধ্বনিৰ দৰে বিনাকাৰণে পদ্মবনত সৰস্বতীৰ বীণাধ্বনিৰ দৰে কান্দোনৰ সুৰত, বিননিৰ সুৰত, ওঁঠে ওঁঠে বা কলমৰ আগে আগে, বাগৰি যায় তাক আৰু শিল্প বুলিব নোৱাৰি, সি ক্ষীৰ সাগৰৰ হেন্দোলনি নিজৰাৰ কলকলনি, ভাৱ-সমুদ্ৰৰ লীলা লহৰি বা মৃদু মলয়াত গোলাপফুলৰ পাহিৰ কঁপনি। যি সমুদ্ৰত হিল্লোল নাই, সিও সমুদ্ৰ, ধুমুহা-বতাহত পৰ্বতপ্ৰমাণ ঢৌত যি থৌকিবাথৌকি সিও সমুদ্ৰ ; কিন্তু যি মধুৰ সিহে কবিতা, যি অমৃত সিহে কাব্য আৰু যি শিল্পীসুলভ অহঙ্কাৰশূণ্য সিহে কবি।

অসমীয়া কাব্য-সাহিত্যত এনেকুৱা কবিতাৰ সম্ভাৰ প্ৰচুৰ পৰিমাণে আছে আৰু সেইবোৰ কবিতা যে সংস্কৃতিতকৈ গধুৰ তাক ভাৱিবৰ থল আছে। বহুতো কবিতাৰ পটভূমিৰ পৰিবৰ্ত্তন ঘটিছে। সংস্কৃতিৰ ৰূপৰো সলনি হৈছে অথচ কবিতাৰ মাধুৰ্য্য হোৱৰা নাই

বা তাৰ লালিত্য গৌৰৱো কণিকামানো হ্ৰাস পোৱা নাই। উদাহৰণ-স্বৰূপে কমলাকান্ত ভট্টাচাৰ্য্যৰ (ই শিলডুখৰি কোনে কাটিছিলে, কাৰনো হাতৰ ই পুৰণি চিন) কথাবোৰে শোণিতপুৰৰ সংস্কৃতিক বিস্মৃতিৰে ঢাকি এতিয়া গুৱাহাটীৰ আমবাৰীৰ খনন কাৰ্য্যত আৱিয়াৰ দৰে হৈ জলিব লাগিছে। সেইদৰে হিতেশ্বৰ বৰবৰুৱাৰ—

পৰ্বতৰ শিলগুটি কতনো বছৰ থাকে
পৰি পৰি নিজৰাৰ ফটিক পানীত,
তথাপি অলপো হায় নহব কোমল,
পমিব কি কান্দোনত কঠুৱাৰ চিত?

এতিয়াও এই কবিতাফাঁকিয়ে নিষ্ঠুৰ জগতত কবিৰ কোমল অন্তঃকৰণৰ পৰিচয় দিব লাগিছে। সেইদৰে চন্দ্ৰধৰ বৰুৱাৰ, সেইদৰে দুৰ্গেশ্বৰ শৰ্ম্মাৰ, সেইদৰে আনন্দচন্দ্ৰ আগৰৱালাৰ, সেইদৰে যতীন্দ্ৰনাথ দুৱৰাৰ, সেইদৰে পদ্মধৰ চলিহাৰ, সেইদৰে সিংহদত্ত অধিকাৰীৰ, সেইদৰে মফিজুদ্দিন আহমদ হাজৰিকাৰ, সেইদৰে ৰত্নকান্ত বৰকাকতিৰ, সেইদৰে ডিম্বেশ্বৰ নেওগৰ, সেইদৰে ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ, সেইদৰে দৈৱচন্দ্ৰ তালুকদাৰৰ, সেইদৰে দণ্ডিনাথ কলিতাৰ, সেইদৰে শৈলধৰ ৰাজখোৱাৰ, সেইদৰে সূৰ্য্য কুমাৰ ভূঞাৰ, সেইদৰে ধৰ্মেশ্বৰী দেৱীবৰুৱানীৰ, সেইদৰে লক্ষেশ্বৰ শৰ্ম্মাবৰুৱাৰ, সেইদৰে যমুনেশ্বৰী খাটনিয়াৰৰ, সেইদৰে ৰঘুনাথ চৌধাৰীৰ, সেইদৰে অম্বিকাগিৰী ৰায়-চৌধুৰীৰ, সেইদৰে গণেশ গগৈৰ, সেইদৰে ভৱনাথ হাজৰিকাৰ কবিতাই সাংস্কৃতিক বুৰঞ্জীৰ নানা সালসলনিক অতিক্ৰম কৰিও নিজস্ব গৌৰৱত, নিজস্ব ভাৱসমৃদ্ধিত বহুকালৰ বাবে, কাব্য-দীপাৱলী জলাই অসমীয়া ভাষা আৰু সাহিত্যৰ সুবিমল যশস্যা বঢ়াই থৈ গৈছে। ইয়াৰ বাহিৰেও গোহাঞিবৰুৱা, চন্দ্ৰ কুমাৰ আগৰৱালা, বেজবৰুৱা, জ্যোতিপ্ৰসাদ আৰু পাৰ্বতিপ্ৰসাদে অসমীয়াৰ নিভাঁজ কাব্য-মন্দিৰৰ সোণৰ কলচীত অনুপম দক্ষতাৰে ৰাংচৱাই গৈছে। গীতি-কবিতাত কীৰ্ত্তি-নাথ বৰদলৈ, কমলানন্দ ভট্টাচাৰ্য্য, উমেশ চন্দ্ৰ চৌধাৰী, আনন্দিৰাম



দাস আৰু বিষ্ণুপ্ৰসাদৰ প্ৰতিভা অক্ষত।

ইয়াৰ পাচত আছে অসমীয়াৰ নিজস্ব নদ, মহানদ ব্ৰহ্মপুত্ৰ। 'লুইতৰ বালি বগী ঢকেঢকী কাছই কণী পাৰে লেখি'। কত যুগৰ, কত কবিৰ মন মন্থন কৰি এই লুইতে কবিত্বৰ সুৰ জগাই গৈছে, তাৰ সীমা নাই। লুইতৰ পাৰত ম'হ-গুৱালৰ গীত লুইতৰ ডাঙৰ সম্পদ, তাৰ সুৰতেই সুৰ মিলাই বহুতো কবিয়ে নিজৰ নিজৰ জীৱন-কাব্য ৰচনা কৰিলে। 'বোপাই মোৰ লুইত ঐ, সাৰটি লোৱা মোক, কোলাত ঠাই এফেৰি দিয়া' এইবুলি লক্ষ্মীনাথ বেজবৰুৱাই নিজৰ শেষ সমাধি লুইতৰ পাৰতে ৰচনা কৰিলে। অতীতৰ মহা-কালৰ সাক্ষী এই ব্ৰহ্মপুত্ৰ। অসমীয়া জাতিটোৰ উত্থান-পতনৰ ছবি এই ব্ৰহ্মপুত্ৰৰ পাৰৰ পাহাৰে-পৰ্বতে যাউতিযুগীয়াকৈ অঁকা আছে। বহুত যুগৰ পৰা উজাই-ভটিয়াই কিমান ডিঙা, নাও, কোম্পানীৰ দিনৰ কিমান জাহাজ অহা-যোৱা কৰি, লুইতৰ পানী তাল-আফাল কৰি আছিল, তাৰ বুৰঞ্জী মাথোন উমানন্দ, অশ্বক্লান্ত আৰু চিলাপৰ্বতে জানে। কোন ঠাইৰ মানুহ কোন ঠাইলৈ গৈ কি উদ্দেশ্য সাধন কৰিলে তাৰ সাক্ষী থাকিবলৈ আৰু কোনো নাই। লুইতৰ অবিশ্ৰান্তভাৱে বৈ যোৱা জলাধাৰে সাগৰ সঙ্গমত সন্মিলিত হৈ সেই মহত্বৰ উদাৰ বাণীকে নিতৌ প্ৰচাৰ কৰিব লাগিছে যে গতিশীল জগতত কেৱল গতিয়েই একমাত্ৰ সম্পদ। গতিত দুৰ্গতি হলেই বিপদ, গতি স্তব্ধ হলেই বিপদ। সেইদেখি নিৰ্ভয়ভাৱেৰে উদাত্ত শক্তিৰে গতিশীল হৈ থাকিব লাগে। প্ৰগতিৰ উন্নতিৰ সেয়েই একমাত্ৰ বাণী। অসমীয়া কাব্যৰ মূৰ্ত্তিমান ৰূপ ব্ৰহ্মপুত্ৰ। ব্ৰহ্মপুত্ৰৰ বুকুৰ ওপৰত উৰি ফুৰা গঙ্গাচিলনি, কুৰুৱাৰ পাখিত এই মুক্তিৰ বাণীয়েই মূৰ্ত্ত। উৰি যোৱা বগলিৰ শাৰীত পুৱা-সন্ধিয়া মনোৰম কল্পনাই ব্ৰহ্মপুত্ৰৰ বুকুত জীৱন্ত পদুমৰ মালা পিন্ধায়।

এই ব্ৰহ্মপুত্ৰৰ ওপৰেদি কত মনীষী, কত সাধু, কত চোৰ, কত ভণ্ড, কত ৰণুৱা, কত বনুৱা, কত শিল্পী, কত জ্ঞানী, কত গুণী, কত

বীৰ, কত প্ৰতাৰক, কত ৰূপত ভুবন ভুলোৱা মোহিনী, কত তপস্বী, কত সংসাৰী, কত সন্ন্যাসী, কত পণ্ডিত, কত অপণ্ডিত, কত মূৰ্খ, কত ধূৰ্ত্ত, কত বিজ্ঞানী পাৰাপাৰ হ'ল অথবা নৌ-বিহাৰ কৰি, বিমল বায়ু সেৱন কৰি, স্বাস্থ্য লাভ কৰি গ'ল তাৰ সীমা-সংখ্যা নাই। সেই বিৱৰণ কবিতাত লিপিবদ্ধ কৰিবৰ বাবে কোনো কবিৰ হাতত আজি কোনো আহিলা নাই। সেইবোৰ অলিখিত কাহিনীৰ অলিখিত বুৰঞ্জী কেৱল অনুভৱনীয়। মানুহ যে নশ্বৰ, তাতকৈ অবিনশ্বৰ লুইত আৰু অবিনশ্বৰ এই বৰ্ষা, গ্ৰীষ্ম, শৰত, হেমন্ত, শীত, বসন্তৰ ঋতু প্ৰবাহ তাকে সত্য কৰিবৰ বাবে ব্ৰহ্মপুত্ৰ কেতিয়াবা শীৰ্ণগতিৰ, বগা বালিৰ গামখাৰু পিন্ধা, কেতিয়াবা বিদ্যাধৰীৰ নাচোন বুকুত লৈ তপস্বী, কেতিয়াবা প্ৰবল সোঁতৰ ভৰযৌৱন। উদ্দাম জলকলৰোল, পাৰৰ গছ-গছনি খহাই উটুৱাই নিয়াৰ দুৰ্জয় ক্ষোভ আৰু ক্ষমতাৰ অধিকাৰী এই ব্ৰহ্মপুত্ৰ। মাছমৰীয়াৰ আৰু জালোৱাৰ আনন্দ বঢ়াই বুকুত বিপুল মৎস্যৰাশি লৈ অবিশ্ৰান্ত প্ৰবাহৰ ব্ৰহ্মপুত্ৰ অসমৰ যেন জীৱনী শক্তি। যদি লুইত শুকায় যায়, অসমীয়াৰ কৃষি বিপন্ন, যদি লুইত ফেনে-ফোটোকাৰে বাঢ়ি বিপথগামী আৰু গড়া খহোৱা দুৰ্জয় শক্তিৰ, তেন্তে অসমীয়াৰ শস্য-সম্পদ বিপন্ন। যদিও ব্ৰহ্মপুত্ৰ শৌৰ্য্য-বীৰ্য্য ধৰ্মময় কবিতাৰ প্ৰতীক তথাপি এই বিপন্ন অৱস্থাৰ কবিতাৰ দ্বাৰা শাম কটাব নোৱাৰি। এই বিপদতাৰিণী ব্ৰত কবিৰ নহয়, বৈজ্ঞানিকৰহে। বৈজ্ঞানিকৰ দৃষ্টি স্থূল হ'ব পাৰে; কিন্তু স্থূল বিপদৰ সিয়েইহে ঔষধ। ৰজা কেনিউটে সমুদ্ৰক শাসন কৰিব খুজিছিল বুলি কোৱা হয়। ব্ৰহ্মপুত্ৰক শাসন কৰিব পাৰিছে এনে এজন ৰজাৰ নাম শুনা নাই; কিন্তু দ্বিতীয় পৰশুৰাম যদি কোনোবা ওলায় তেনে সেই কামো সহজে সম্পন্ন হব পাৰে।

শঙ্কৰদেৱে লেখিছে—

ভৈলাহা পৰশুৰাম নামে অৱতাৰ।
প্ৰদক্ষিণ কৰি ভূমি তিনি সাতবাৰ॥



ক্ষত্ৰিয়ক কাটিলা পৰশু কৰে ধৰি।
নিক্ষত্ৰিয় কৰিলা সমস্ত বসুন্ধৰী॥

ইয়াৰ লগতে সুৰ মিলাই ভকতীয়া পন্থৰ কবিয়ে আৰু এইদৰে লেখিছে—

মহেন্দ্ৰগিৰিত শুভ কৰিয়া আশ্ৰম।
আছে পৰশুৰাম তপ কৰি শৃঙ্গসম॥
তীক্ষ্ণতৰ যাহাৰ পৰশু অতিশয়।
যাক লৈয়া ক্ষত্ৰিয়সৱক বিনাশয়॥
নিস্তাৰ হুইবাক মাতৃ হত্যাৰ পাতক।
ব্ৰহ্মকুণ্ড ভেদি বহাইলেক লৌহিত্যক॥

অসমীয়াৰ জীৱন-মৰণ সমস্যা এই ব্ৰহ্মপুত্ৰই ফাগুন মাহতে বাঢ়িবলৈ আৰম্ভ কৰিলেই। ব্ৰহ্মপুত্ৰৰ কবিত্বৰ সোৱাদ লবলৈ গৈ বনৰীয়া ৰাজহাঁহ আৰু চাকৈ-চকোৱাৰ কলস্বৰ শুনি কবিতা লেখিবলৈ বা শিৰপূজা কৰিবলৈ গলে ৰাৱণক নৰ্মদা নদীয়ে কৰা উৎপাতৰ দৰে ব্ৰহ্মপুত্ৰইও যে উৎপাত নকৰিব তাৰ মানে নাই।

তথাপিও ব্ৰহ্মপুত্ৰই কবিতাৰে গায়—

পুৰাণৰ কত যে কাহিনী
আছে মোৰ শুভ্ৰ বুকু জিনি,
তাক তুমি বুজা বা নুবুজা
তথাপিতো হই তুমি কুঁজা
সভক্তিৰে কৰা প্ৰণিপাত।
আঁকি লই অন্তৰত বৈৰাগ্যৰ বিমল প্ৰভাত।
কত ঋষি, কত বীৰ, কত তপস্বীয়ে
অসমৰ সেই মহাপুৰুষ দুটিয়ে
মোৰে তৰঙ্গত কৰি লীলা অভিনৱ
লয় পালে শেষ কৰি জীৱনৰ যত কলৰৱ।
মোৰ এই বুকুতে মিলিছে
বিষাদৰ চকুপানী হই যেন পিচে,

—কপিলিপাৰৰ কান্দোনত—

হ'লো জানো মই মৰ্ম্মাহত ?
আদিবাসী ভাষাৰে মিহলি
নিজৰা-ছন্দৰ দৰে যাৰ সুৰ বলী,
তেনে ভাষা ক'ই সাৰলিল
মোৰ গৰ্জনৰ সতে কত ভাষা সমূলি মিলিল।
তাকে মই বোলো সামগাম,
শুনা শুনা অসম সন্তান,
নই, শিল, বালি আৰু পৰ্বত-বিবিধ
সকলোতে শুদ্ধ একে ভাষাৰ নিবিখ।
আলঙত যি ভাষা ওলায়,
মিচিং আৰু মিচিমিয়ে যি ভাষা জনায়,
সকলোতে একেই সম্বল,
শুদ্ধতা শুদ্ধতা লাগে, শুদ্ধতা কেৱল।
শুদ্ধৰূপ জীৱন-খেলাত
শুদ্ধৰূপে তোমালোকে হ'বা প্ৰতিভাত
বশিষ্ঠাশ্ৰমৰ শুদ্ধসুৰ
ভৰলুৰ সঙ্গমত স্পন্দিত ঝংকৃত কিছুদূৰ।
তাৰ পাছে দিচাঙে, দিখৌৰে
নগা পৰ্ব্বতৰ নানা ঢৌৰে
কি নিৰ্ম্মল ভাষাটি জনায়,
দিহং দিবং নৈয়ে প্ৰাণোন্মাদী ভাষা যে জগায়।
দিচাংমুখত কোন স্বপ্নময়পুৰী
আজিও আবৰ্ত্ত হই আছে ঘূৰি ঘূৰি।
ধনশিৰি, শোৱণশিৰিত
বাজে মোৰ মৰ্মভেদী গীত।
জানো মই মানুহৰ ভাষা
আঁকা তাত প্ৰেম, স্বপ্ন, আশা,



গঁথা তাত প্ৰাণৰ মৰ্মটি
ৰখা তাত হিয়াৰ ধৰ্মটি,
সেই ভাষা মোৰো জানো নাই ?
অভ্ৰভেদী সুৰে তাত সদায়েই গায়—
কামৰূপ ভূখণ্ডৰ জয়
মাটিৰ বুকুত যাৰ নানা ৰত্ন পূৰ্ণ হই ৰয়।
তাৰ ভোগ যদিহে নাজানা
পাবা দুখ নানাৰূপে জানা।
তোমালোকৰেই এই সহজাধিকাৰ
তোমালোকৰেই বুলি ঘোষো মই হেজাৰেকবাৰ।
বাৰিষাত মোৰেই পলসে
বাৰে বাৰে এই কথা ঘোষে।
তোমালোকে কোৰা বানপানী
সেয়ে মোৰ জীৱনৰ বাণী।
স্বভাৱৰ বিপৰীতে যুঁজি,
পাবা জানো কিবা বৰ খুজি ?
স্বভাৱৰ অনুকূলে যোৰা
লোহাৰে আবৰি মোৰ অৱদান বেৰি বেৰি লোৰা।
তাত মোৰ থাকিব সম্পদ
শস্যে-মৎস্যে হ'ব যে বৰদ।
কত শত যাত্ৰী তৰী লাগি ঘাটে ঘাটে
ব্যৱসা-বাণিজ্য কত পাতে।
ধুমুহাত কত নাও বুৰে,
আকাঙ্ক্ষাৰ বিহঙ্গমে তথাপি যে উৰে।
কাঢ়ি নিব খোজো যত নিধি,
জটিল কুটিল মোৰ বিধি,
ভৈৰৱৰ মোৰ সুৰে সুৰে
পাকঘূৰণিত পৰি যাত্ৰীদল ঘূৰে।

বিয়াৰ বাবেও সঙ্গী লই
দৰা আহে বিষ্ণুৰূপা হই।
ওলটে একেটা বাটে ওবণিৰে ঢাকি কনিয়াক,
মই জুমি চাওঁ জানো? কল্যাণী, কুশলে তই থাক।
ঢোলদগৰত মোৰ অজস্ৰ থাকে যে আশীৰ্ব্বাদ,
নাই নাই একো বিসম্বাদ।
এইদৰে মঙ্গল-কলহে
সম্পদে প্ৰমাদে আৰু মিলনে বিৰহে
গঢ়ি যায় শান্তি যুগমীয়া,
এয়েই বিধান মোৰ ব্ৰহ্মাৰ বচন শোভনীয়া।
যদি অকস্মাৎ
আহি কোনো হিংসাৰ সম্পাত
আনে পৰমাদ
স্বৰ্গে মৰ্ত্যে ঘটিব বিবাদ,
দেৱাসুৰ নামিব যুদ্ধত
অগ্নিশিখা জ্বলিব বনত,
সুপ্ৰচণ্ড তুষাৰ প্ৰবাহে
প্ৰমত্ত শৃঙ্গৰ পৰা নামি লাহে লাহে
ভাঙি-ছিঙি নিব বনপথ
জলপ্ৰপাতৰ হাস্য খলকি উঠিব অবিৰত
সেই শান্তিবাণী
অধম সন্তানে মোৰ লয় যেন ক্ৰুৰ বুলি মানি।
নীলিমাৰ সতে মিলি শান্ত সমীৰণে
এই বাৰ্তা ঘোষে ঘনে ঘনে।
সন্ধ্যা প্ৰভাতত মোৰ লৌহিত্য তীৰত
শৌৰ্য্য বীৰ্য্য তেজ সংযমত
আপুনি নিবিড়
আপোনাতে আপুনি সুস্থিৰ।



বলাকাৰ পান্তি উৰি যায়
তাত মোৰ স্বপ্নটি হেৰায়,
নিৰুদ্দেশ সমুদ্ৰ গতি
দূৰৰ প্ৰণতি,
তাৰে যেন উদ্দাম আভাস।
নাই নাই তাত সৰ্বনাশ,
তাত যে প্ৰশান্তি,
জীৱনেশ্বৰৰ তাত কান্তি,
তাৰ কান্তি বিমোহন
স্বপ্নতো নহয় তাত ৰণ।
যিদিনা আহিব বিড়ম্বনা
সিদিনাই প্ৰলয় সূচনা।
সংযত বিক্ৰম মোৰ সিদিনাই পৰিব উতলি
তাণ্ডৱ কৰিব ৰণস্থলী
এয়ে মোৰ মৰ্মভাষা জানা,
অসম সন্তান মোৰ, ইয়াকেই নীতি বুলি মানা॥

এতিয়া কবিতা এৰি কঠোৰ বাস্তৱলৈ আহোঁ। এসময়ত ফুলে ফুলে মৌ-মাখি গুণগুণাই ফুৰা দেখি, কাম-কাজ এৰি, কবিতা ৰচনা কৰিবলৈ মন কৰিছিলোঁ, আজি আৰু তেনে নকৰোঁ। আজি অৰণ্যে হেজ্‌লিটৰ একেষাৰ কথা মনৰ ভিতৰত ভোটা-তৰা জ্বলাদি জ্বলি আছে—That in the end I may find something not sold for a penny. এই something টো কি মই ওৰে জীৱনত চেষ্টা কৰিও তাৰ একো উৰাদিহ উলিয়াব নোৱাৰিলোঁ। এই something অৰ লগত ধৰ্ম্ম আৰু ঐতিহ্যৰ কিবা এটা সম্বন্ধ থকা যেন লাগে। এই ঐতিহ্য ৰক্ষা কৰা কথাটো যদি আজিৰ দিনত অতিৰঞ্জিত আৰু অনাৱশ্যক, তেনেহলে এই বক্তা নিমাত। নিমাত হোৱাৰ আৰু কাৰণো আছে। যেতিয়া

মাকুমৰ ৰাইজৰ হুকুমত ডুগৰাকী সাহিত্যৰ কটকীয়ে গুৱাহাটীৰ এই বক্তা থকা ঘৰৰ দুৱাৰমুখত পদাৰ্পণ কৰিলে, তেতিয়া গুৱা-পাণ এখনিৰে মান ধৰিবলৈ এই বক্তাৰ গাত শকতি নাছিল। অসমীয়াৰ ঐতিহ্যৰ শৰাই, বান-বাটিৰ চাহপানী, মুখ মচিবলৈ ফুলাম গামোচা যেন সকলোবোৰ অন্তৰ্দ্ধান হৈ গ'ল। বিহুৰে-সংক্ৰান্তিয়ে বিচাৰি পালেও সন্ধালনিকৈ বিচাৰি পোৱা টান। অসমীয়াৰ আজি জীৱন-মৰণ সন্ধিক্ষণত কাব্য-চিন্তাই কোন পথ আঙুলিয়াই দিয়ে কব নোৱাৰি। ঐতিহ্যৰ পথেই একমাত্ৰ পথ নে, নতুন পথ কিবা আছে? ইতিহাস য'ত স্তম্ভিত হৈ আছে তাতেই জানো নতুন ঐতিহ্যৰ আৰম্ভ? ঐতিহ্য ৰক্ষাৰ বাবে প্ৰাণান্তকৰ চেষ্টা কেতিয়া? অসমীয়াৰ কাৰণে সেইটোৱেই হৈছে সমস্যাৰ আমঠু। ভাৰতত ঐতিহ্য ৰক্ষাৰ বাবে ঠেলাঠেলি আৰম্ভ হৈছেই। এই ঠেলাঠেলিত কোন ফালে কোন হাৰে তাকেহে কব নোৱাৰি। কবিতাৰ ভাৱগ্ৰাহী, এজন উত্তৰ গুৱাহাটীৰ চমজদাৰ ভদ্ৰলোক, মোক এদিন তলৰ কেইফাঁকিমান কবিতাৰ ক'ৰবাৰ পৰা নকল কৰি দিলে, মূল ক'ত তেওঁ সঠিককৈ কব নোৱাৰে, দিবও নোৱাৰে, মাথোন মনৰ পৰা সুঁৱৰি, লেখি, মোৰ হাতত দিলে। সেইখিনি এই—

ঠেলি ঠেলি কোনোবাই বাপতিসাহোন,
পিৰালিৰ চুক আহি পালেহি দেখোন
আছো এতিয়াও চাই ভেবালাগি ৰ'ই,
আছেনে কোনোবা বাৰু মূৰ্খ আমাত ক'ই?
যক যিবা গ'ল আৰু যোৱাখিনি নাহে,
থকাখিনি নাৰাখিলে যাব সিও লাহে।
নেথাকিবা শুই আৰু শোৱা দিন গ'ল,
কৰ্মৰ ক্ষেত্ৰত আগবাঢ়িবৰ হ'ল।
থাকো যদি এতিয়াও শুই এলাহতে,
ঘৰতে বিদেশী হম আপোন দেশতে।



পৰ আহি শিৰফুটা হই বহি যাব,
মোৰ অসম বুলিবলৈ একো নেথাকিব।

এই গ'ল এক কবিতা। আৰু আন এটা কবিতা আহি হাতত পৰিছেহি বিলাতত থকা এজন গায়ক কবিৰ পৰা—যাৰ 'চেনাই মই যাওঁ' গীতটো জনপ্ৰিয়। তেওঁৰ কবিতাটোৰ এডোখৰ তুলি দিবৰ মন গ'ল—

অ' আইতা, সেই গাঁওখন কলৈ গ'ল?
বাটচ'ৰাৰ নঙলাডালিৰ
সেই বালিমাহীটি কলৈ গ'ল?
ধুঁতুৰা ফুলেৰে বেৰাদি ৰখা
শাকনি বাৰীখন কলৈ গ'ল?
গোহালি-ঘৰৰ মুগা গাইজনী
আজি দেখোন নোহোৱা হ'ল।
চাপবিৰ পৰা গৰু লৈ অহা
সেই লৰাটি কলৈ গ'ল?
গধূলি পৰত গোসাঁইৰ থানতো
তাহানিৰ ডবা নবজা হ'ল
গোহালিমুখৰ খুটাটিত পৰা
শালিকাজনী কলৈ গ'ল?

* * *

হিয়া ভুকুৱাই কান্দি থাকিলেও
বোপাই সেই গাঁও নেপাবি,
তোৰ যে মনত আছে ছবিখন
তাকেই হিয়াত ৰাখিবি॥

সহৃদয় বন্ধুসকল! ব্ৰহ্মপুত্ৰৰ পাৰত ফুৰি মই কুকুৰা চৰাইৰ পাখি এটা বুটলি পালো। পাখিটো সোণৰ বুলি ভাৱিছিলোঁ; কিন্তু হায় দুৰাশা! তথাপি মুক্ত আকাশত ফুৰা এই বিহঙ্গমৰ পাখিটোত

আনন্দ অলপ পালো যেনেই লাগিল ; কিন্তু সকলোবোৰ সাধু কথা। সঁচাকৈয়ে নিৰানন্দৰ অন্ধকাৰত মই বুৰ গৈ আছো। আনন্দৰ দেৱতাৰ পদৰেণু পোৱাৰ সৌভাগ্য মোৰ ক'ত ?

আগেয়েই কৈ আহিছিলোঁ যে বিষ্ণুৱেই আমাৰ জীৱনৰ সূৰ্য্য আৰু শিৱ হ'ল পাৰ্বতীবল্লভ অৰ্থাৎ মহাবিশ্বপ্ৰকৃতিৰ Consort অৰ্থাৎ জীৱনৰ লগৰীয়া। শঙ্কৰাচাৰ্য্যই সম্ভৱতঃ সেইবাবেই তলত দিয়া শ্লোকটো ৰচি গল।

অন্নপূৰ্ণে সদাপূৰ্ণে শঙ্কৰপ্ৰাণবল্লভে।
জ্ঞানবৈৰাগ্যসিদ্ধাৰ্থং ভিক্ষাং দেহি চ পাৰ্ব্বতি।
মাতা চ পাৰ্ব্বতি দেৱী পিতা দেৱো মহেশ্বৰঃ।
বান্ধৱাঃ শিৱভক্তাশ্চ স্বদেশো ভুৱনত্ৰয়ম্॥

প্ৰকৃতিয়ে যে কেতিয়াবা ৰূপ ধৰি আমাৰ আগত দেখা দিব তেনে আশা নাই। কাৰো চৰণস্পৰ্শত আৰু আমাৰ ভগা নাও সোণৰ হৈ নুঠে। তথাপি সদায় দেখিছো এই বালি, মাটি, পানী, জুই, বতাহ আৰু আকাশ। এই পঞ্চতত্ত্বৰ পঞ্চবৰ্ণৰ মালা পিন্ধিতো ঈশ্বৰ বনমালী আৰু মহেশ্বৰো পঞ্চানন। পাচে ব্ৰহ্মা চতুৰানন হ'ল কিয় ? আকাশ তেওঁৰ পৰা বাদ। তেওঁৰ থকা ঠাই আকাশ নহয়, তেওঁৰ থকা ঠাই বিষ্ণুৰ নাভিপদ্মহে।

উত্তৰকাণ্ড ৰামায়ণত আছে—

ভূমি সহ লক্ষ্মী আছিল দুই।
সেহিসে বিষ্ণুৰ জঠৰে শুই॥
সিটো মহাতেজে নিগ্ৰহ কৰি।
সলিলত তেবে প্ৰৱেশি হৰি॥
ভূত আত্মা দুই বৰ্ষ বহুত।
আছিলেক তাত দুই সুপুত॥
নিদ্ৰাত যেৱে বিষ্ণু পৰিল।
ৰুদ্ধস্ৰোত সৃষ্টি ব্ৰহ্মা দেখিল॥



মহাযোগী তেবে জঠৰে গই।
ওপজে নাভিত পদ্মক লই॥
বিষ্ণুৰ নাভিত হেম পদুম।
ব্ৰহ্মা মহাপ্ৰভু তাত নিজুম॥
মহাযোগী ব্ৰহ্মা তপ কৰিল।
ভূমি বায়ু গিৰি বৃক্ষ গজিল॥

এই তিনিজন ব্ৰহ্মাবিষ্ণুশিৱকে লই ঋষিসকলৰ ঈশ্বৰৰ কল্পনা। অবাঙ্মানসাগোচৰ, তথাপিও আজিও মানুহৰ চিৰ আগোচৰ, যদিও ওচৰ তথাপি নিলগৰ। ৰবীন্দ্ৰ-সঙ্গীতেও তেওঁক চুব খোজে ; কিন্তু চুব নোৱাৰে। সুৰে তেওঁৰ চৰণ পৰশ কৰিব খোজে হয়, তথাপি হাৰ মানে। প্ৰাক্-শঙ্কৰী যুগত অসমীয়া সাহিত্যত তন্ত্ৰ-মন্ত্ৰক ভেঁটি কৰি কাব্যই অসমীয়াৰ মন-কাননত বিহলঙনিৰ দৰে গজি উঠি কৌটিকলীয়া শিলবোৰৰ ওপৰত ঘন সেউজীয়া বোল দি ৰহস্যঘন এক ভীষণ জীৱনৰ ছাঁ দিছিল। শান্ত শিৱ তেতিয়া ৰুদ্ৰ হৈ উঠিছিল। সেই কালৰ মেঘৰ গাজনি আৰু তিমিৰ ৰজনী, হাতী-বাঘ-বৰাৰ চিঞৰ আৰু গোজৰণিৰ লগতো মিলি কাব্যই ঘনাতঙ্কৰ এক ডম্বৰু নিনাদৰ লগত সঙ্গত কৰি ৰঙা নিচান উৱাইছিল। সেই নিচানৰ লগত জড়িত হৈ আছিল শিৱৰ ত্ৰিশূল। সেই সময়ত গীতে ভৈৰব-ভৈৰৱীক জগাইছিল।

অথচ কালৰ অন্ত নাই, নিৰৱচ্ছিন্ন কাল প্ৰবাহ একেদৰেই চলিছিল। মহাকালৰ বুকুতেই পঞ্চ মহাভূতে বিৰাজ কৰিছিল। সেই বাবে ঈশ্বৰকে মহাকাল বোলে আৰু গীতাতো সেইবাবে বিশ্বৰূপ-দৰ্শনযোগত আছে 'কলোঽস্মি লোকক্ষয়কৃৎ'। শঙ্কৰদেৱে এই কালক ভুজঙ্গমৰ লগত তুলনা কৰিছে। কীৰ্ত্তনৰ গজেন্দ্ৰোপাখ্যানত চাওকঃ—

মহা বলৱন্ত কাল ভুজঙ্গৰ ভয়ে।
যাক সেৱা কৰন্ত সদায় যোগীচয়ে॥
পলায় জগতৰে মৃত্যু যি প্ৰভুক ডৰে।
যাক ভয়ে চন্দ্ৰ সূৰ্য্য পৱন সঞ্চৰে॥

মহাকাল শিৱ আৰু কালক পৰিমাপ কৰিব পৰা সূৰ্য্যৰূপ বিষ্ণু দুয়ো সমপৰ্য্যায়ৰ। সেইবাবে দুয়োকো একত্বত লীন কৰি দিবৰ অভিপ্ৰায়েৰে দুয়োকো স্বতন্ত্ৰৰূপে স্বয়ম্ভূৰূপে বিৰাট ৰূপত পৰিণত কৰিহে ঋষি-কবিৰ তৃপ্তিবোধ হ'ল। ঋষি-কবিৰ এয়ে চূড়ান্ত কল্পনা ঈশ্বৰৰ কল্পনা আৰু ইয়াতকৈ ওখ কৰাৰ উপায় নাই। কালৰূপী বাসুকী ভুজঙ্গম্ আকাশৰূপী নীলকণ্ঠক মেৰাই দি শিৱক ভূতনাথ বা হৰ কৰা হ'ল আৰু অনন্তকালৰূপী নাগত শয়ন কৰিবলৈ দি বিষ্ণুক নাৰায়ণ বা হৰি কৰা হ'ল। উষা-অনিৰুদ্ধৰ বিয়াৰ প্ৰসঙ্গত এই হৰি-হৰৰ মিলন ৰহস্য কবিয়ে মানৱ-চকুত চিৰস্থায়ীকৈ আঁকি দিয়াত কৃতকাৰ্য্যতা লাভ কৰিলে। এই বিশ্ব-ভাৰতীয় ধৰ্ম যে কাব্যৰেই ধৰ্ম তাক নুই কৰাৰ উপায় নাই। কবিতাৰ লগত সেই বাবে ধৰ্ম আৰু ঐতিহ্যৰ এনে নিবিড় সম্বন্ধ যে, এটাক অস্বীকাৰ কৰি আনটোক স্বীকাৰ কৰিব নোৱাৰি, যেনেকৈ মহিৰ লগত লেখনী, লেখকৰ লগত মহিৰ আৰু লেখনীৰ লগত লেখকৰ সম্পৰ্ক নিবিড়, অবিচ্ছেদ্য আৰু পৰস্পৰৰ লগত পৰস্পৰৰ সম্পৰ্ক অনস্বীকাৰ্য্য।

ভাৰতৰ ভাষাৰ ঘাই পুং সংস্কৃতৰ মানস-সৰোবৰত ভাৰতী দেৱী বহুত কাল ধৰি থকা কবিসকলৰ ৰচনাত যি কলহংস জাগিল, তাৰেই প্ৰতিধ্বনি উঠিল ভাৰতৰ নানা ভাষাই ভাষাই। কালিদাসে লেখিলে, 'জগতঃ পিতৰৌ বন্দে পাৰ্ব্বতী পৰমেশ্বৰৌ।' ৰবীন্দ্ৰনাথে লেখিলে, 'প্ৰথম প্ৰভাত তব গগণে, প্ৰথম সামৰব তব তপোবনে'। শঙ্কৰদেৱে গালে 'পুৰুষ পৰম কিৰিতি দিগন্ত'। মাধৱদেৱে, কবিকঙ্কণে, ৰামসৰস্বতীয়ে, হেমসৰস্বতীয়ে, মাধৱ কন্দলিয়ে, ৰুদ্ৰ কন্দলিয়ে, গোবিন্দ মিশ্ৰই নানা ছন্দৰ পদ বিন্যাসেৰে, কাব্য-সাহিত্যৰ কল্লোল ভাৰতৰ পূব প্ৰান্ত এই কামৰূপত, প্ৰবল বাৰিষাৰ বানপানীৰ দৰে, অবিশ্ৰান্ত জলকলৰৱৰ হিল্লোল আৰু প্লাৱনেৰে, ঢৌৱাই পেলালে। কামৰূপ ঢৌৱাই পেলালে বুলি কৈছোৱেই বা ক'লোৱেই। ভাৰত আৰু নেপাললৈকো তাৰ সোঁত বৈ গ'ল। কাৰণ



অলপতে ৰাজস্থানৰ পুথিভঁৰালত, অসমীয়া মহাভাৰতৰ সাঁচিপতীয়া পুথি ওলাইছে বুলি সম্বাদ পোৱা গৈছে। নিৰ্ম্মল সৰোবৰৰ দৰে আছিল কামৰূপৰ ভাষাৰ সৰোবৰ। তাত প্ৰফুল্ল কমল ফুলিল কাব্য শতদল। এই ভাষাৰ সুৰভি মহাচীনৰ পৰা অহা অমৰ পৰিব্ৰাজক হিউয়েনচাঙে প্ৰশংসা কৰি গৈছিল, সুউচ্চ সুসভ্য জাতিৰ শ্ৰেষ্ঠ সৌৰভ বুলি। ধাৰ নিছিগাকৈ বৈ থকা এই কাব্যৰ ভাষা, অনন্ত কন্দলিৰো ছশ-সাতশ বছৰ আগৰপৰা একেদৰে থকাৰ বাবেই এই কামৰূপৰ ভাষাৰেই, পূব ভাৰতত অখণ্ড লীলা আৰু শ্ৰেষ্ঠ প্ৰভাৱসম্পন্ন উৎকৰ্ষ আছিল। এইবাবেই শ্ৰীহট্ট আদি কৰি অসমৰ দাতিকাষৰীয়া ভাষাৰ অসমীয়া ভাষাৰ লগত আজিও মিল আছে। শ্ৰীহট্টৰ ভাষাৰ 'নাইনি' অসমীয়াৰ 'নহয়নে'ৰ চমু ৰূপ বুলিলে ভুল হবনে? এই ঐতিহ্যক যদি আমি পাহৰি নাযাওঁ, তেনে আমাৰ ভাষাৰ কাব্য-শতদলৰ পাহি অলপো বিবৰ্ণ নপৰে। আমি দেখিলো, মাকুমত প্ৰথমেই ইংৰাজৰ যি ৰেলৰ উকি, সেই উকিয়েই ক্ৰমে ডাঙৰ হৈ গোটেই দেশ যেতিয়া ঢাকি পেলালে, তাৰ মাতত চেক্সপিয়েৰৰ পৰা আৰম্ভ কৰি, ইলিয়টলৈকে পাশ্চাত্যৰ কবিসকলৰ নিৰৱচ্ছিন্ন প্ৰবাহে, জলে-স্থলে, আকাশে-বতাহে, বিজয় পতাকা উৰাই শুভাগমনৰ বেণ্ড বজাই, ভাৰতৰ আৰু ভাৰতৰ পূবপ্ৰান্ত অসমৰ বিদ্যালয়ে, পাঠাগাৰে নিজৰ যি অখণ্ড সাম্ৰাজ্য স্থাপন কৰিলে, সেই সাম্ৰাজ্য আজিও বেলিমাৰ যোৱা সাম্ৰাজ্য নহয়। আমি তাৰেই যেন ৰাজভক্ত প্ৰজা হৈ পৰিছোঁ। এই প্ৰবাহৰ প্ৰথম প্ৰকাশত যি ধ্বনি অনুৰণিত হ'ল, সি ৰোমাণ্টিচিজিমৰ। ইয়াত মাদকতা আছিল বুলি ভাবিলে ভুল হ'ব—যদিও……। তাত আছিল প্ৰকৃতিৰ প্ৰতি অভিনন্দন। প্ৰকৃতিত আছিল সৌন্দৰ্য্য, মানৱ-প্ৰকৃতিত আছিল প্ৰেম। যুদ্ধৰ অমানৱীয়তাই তেতিয়াও তাত বাস্তৱৰ ৰুঢ়তা বৰ্ষণ কৰা নাছিল। কোমল প্ৰেমৰ অনুভূতিত পিয়েনো আৰু চিম্ফনিৰ তালে তালে অসমীয়া কবিৰ বীণতো ধীৰে

ধীৰে মৃদুসুৰ বাজিবলৈ আৰম্ভ কৰিলে। আই-নাম আৰু ঘোষা তল পৰিল; কিন্তু ওপৰ উঠিল প্ৰেমৰ গান। সন্তাপদগ্ধ প্ৰেমিক কমলাকান্ত ভট্টাচাৰ্য্যৰ পাচৰ যি সকল কবি সেইসকলৰ হাতত একতাৰা নহলেও অসমীয়া খিলঞ্জীয়া লাউটোকাৰী নাইবা চাৰেং আছিল। সেইসকলে দুখৰ সুৰকে বজালে। পৰাধীনতাৰ দুখেই ডাঙৰ দুখ; কিন্তু তাৰ আগৰ এসময়ত এন্ধাৰ যুগত বিষ্ণুৰ নৰম অৱতাৰ বুদ্ধৰ প্ৰেম বাণীৰ ঔদাস্য সনা শুকান পাতত গেৰুৱা বোল উভি গৈ যেতিয়া তাৰ ঠাইত মৰিশালিৰ ছাই সনা ঠাণ্ডা তেল-সেন্দুৰৰ সহযোগত কাল আঁউসীৰ ৰাতিৰ দৰে নিজম হৈ উঠিল, তেতিয়া নিশাচৰ পখীৰ ভয়াবহ মাতৰ দৰে বহুতো উৎকট গীত-পদে অসমৰ পৰ্বতে-কন্দৰে, জীৱ-জন্তুৰ কোৰ্হালৰ লগত মিলি, ভয় লগা সঙ্গীতৰ সৃষ্টি কৰিছিল। সেই গীত-পদৰ পুথিবোৰ আজিও কিজানি উঁৱলি যোৱা নাই। এইবোৰ 'পথেৰ পাঁচালি'য়ে যে চেপাশালিৰ পোহৰ দেখিব এনে আশা নাই। মাধৱ চন্দ্ৰ বৰদলৈ, হৰিবিলাস আগৰৱালা, শিৱনাথ ভট্টাচাৰ্য্য, নন্দেশ্বৰ চক্ৰৱৰ্ত্তী, দুৰ্গাধৰ বৰকটকী, হৰিনাৰায়ণ দত্ত বৰুৱাৰ দৰে প্ৰকাশকসকলে বহুতো পুৰণি পুথিক পোহৰলৈ আনি অসমীয়াৰ সভ্যতাৰ এক অধ্যায় মুকলি কৰি দিলে; কিন্তু বিশেষকৈ কোন-বোৰ পুথিৰ প্ৰকাশে তেওঁবিলাকৰ নাম যুগমীয়া কৰিলে? যিবোৰ পুথিত ৰুদ্ৰ ৰস নাই, শান্ত-ৰসৰ য'ত সমাৱেশ, বেদে-ৰামায়ণে, পুৰাণে-মহাভাৰতে যি শান্তস্বৰূপ পৰমেশ্বৰৰ ত্ৰিগুণাতীত ৰূপৰ আভাস যিবোৰ পুথিয়ে দিলে, যাৰ ধ্যান-ধাৰণা-উপাসনাত মানুহৰ মনত বিমল সাত্বিকভাৱ ওপজে আৰু সিন্ধুৰ পাৰৰ প্ৰথম সভ্যতাৰ উন্মেষৰ লগত যাৰ সম্পৰ্ক ওতঃপ্ৰোত, সেই ভাৱ, ছন্দ ৰস আৰু অনুভূতিত বুৰ গৈ থকা অসমীয়া প্ৰাচীন কবিসকলৰ সেইবোৰ পুথিকে তেওঁ-বিলাকে প্ৰকাশ কৰি অসমীয়া জাতিৰ কীৰ্ত্তি স্তম্ভ ৰচনা কৰিলে। অভ্ৰভেদি শংকৰী-সাহিত্যৰ শুভ্ৰ সুবিমল ধ্বজা উৰাই এই প্ৰকাশক-



সকলে আমাৰ জাতিক কৃতজ্ঞতাৰ সমুদ্ৰত বুৰাই ৰাখিছে। শৰৎ কালৰ নৈৰ দাঁতিত গজা কঁহুৱা-ফুলৰ দৰে, পানীৰে ওপচা বিলৰ বুকুত হেন্দোলি থকা বগা পদুমৰ দৰে তেওঁবিলাকৰ এই নিৰ্ম্মল কৰ্মৰাশিয়ে ভৱিষ্যতৰ প্ৰকাশকসকলৈ উদ্দেশ্যৰ নিৰ্ম্মলতাৰ কথা চিৰকাল ঘোষণা কৰি থাকিব।

আজি জগতৰ ভাষা এক হোৱাৰ পথ প্ৰশস্ত হৈ আহিছে। সেইদেখি জগতৰ কাব্য-সোঁতৰ প্ৰবাহো একেটা হোৱাৰ দিন আজি সমাগত। ভাষা একেটা হলেই যে, ভাব একেটা হ'ব এনে কথা আমি কব খোজা নাই; কিন্তু মানুহে মানুহৰ ভাব বুজি পোৱা বাহন যেতিয়া... ভাষাই, তেতিয়া ভাষাৰ একতা সংসাধিত হ'লে ভাবৰো একত্ব সাধন হ'বলৈ বহুত সুবিধা বাঢ়ে; কিন্তু কেনেকুৱা ভাবৰ একত্ব আমাক লাগে? আজিৰ মানুহৰ আদৰ্শৰ ব্যৱধান অনেক বাঢ়িল। এসময়ত এনে কাল আছিল, যেতিয়া ৰামায়ণ আৰু মহাভাৰতৰ আদৰ্শই মানুহৰ একমাত্ৰ কাম্য আছিল। বিজ্ঞানে আদৰ্শৰ নানা পৰিবৰ্ত্তন ঘটালে। কাব্যই কল্পনা আৰু বিজ্ঞানে কঠোৰ বাস্তৱৰ ৰূঢ়তাৰ মাজলৈ আমাক নিৰন্তৰ লৈ যাব লাগিছে। বিজ্ঞানে হাতে হাতে ফল দিয়ে; কিন্তু কবিতাৰ আদৰ্শই হাতে হাতে ফল দিব নোৱাৰে। কবিয়ে লেখিলে 'মাতৃৰ সমান ভাবি চোৱা আন তীৰ্থ নাই জগতত'; কিন্তু মাতৃহীন শিশুৱে তাত একো সান্ত্বনা নেপালে, সি সান্ত্বনা পালে যেতিয়া বিজ্ঞানে তাৰ মুখত দুধদানী তুলি দিলে বা তাক বিজুলী বিচনীৰ বা দি শুৱালে।

কবিতাৰ মৰ্ম্মবস্তু হ'ল প্ৰেম। এই প্ৰেমৰ আদৰ্শতো আজি ভাবান্তৰ ঘটিছে। পৰাধীনতাৰ যুগত কবিসকলে দুখৰ সুৰকে বজালে। উদ্দেশ্যধৰ্মী কবিতাতো নানা প্ৰকাৰ নৈতিক আদৰ্শৰ কবিতাৰ সৃষ্টি হ'ল। অসমীয়া কাব্যজগতৰ বুৰঞ্জীত তন্ত্ৰ-মন্ত্ৰৰ যুগৰ পাচত শঙ্কৰী যুগ—সেই যুগতেই প্ৰাচীনত্বৰ ঐশ্বৰ্য্য ষোলকলাৰে উদয় হৈছিল। তাৰ পাচত নৱন্যাসৰ যুগ। কবিতাৰ উৎকৰ্ষ সাধনত চিৰীয়ান

কবিসকল বেছি পাকৈত বুলি শুনিবলৈ পাওঁ, কাৰণ সংস্কৃতি নামৰ বেলিটোৰ বেঙনি সেই ঠাইত পোনপটীয়াকৈ পৰিছিল হ'বলা। হাঁহি আৰু চকুলোৰে ভৰা এই জগতখনত কবিৰ ভাষাই প্ৰশস্ত যেতিয়া তেওঁৰ Tear and Laughter নামৰ গ্ৰন্থত চিৰীয়ান কবি খলিল গিব্ৰণে Song of man নামৰ কবিতাত লিখিছে—

I was here from the moment of the beginning,
And here I am still. And
I shall remain here until the end of the world,
For there is no ending to my grief stricken being
... ... ... ... ... ... ...
I heard the teaching of Confucious.
I listened Brahma's wisdom
I sat by Budha under the tree of knowledge
Yet here am I, existing with ignorance
And heresey.
I was in Sinai, when Jehovah approached
... ... ... ... ... ... ...
I was in Medina when Mahommed visited
Yet here I am, prisoner of bewilderment.

গিব্ৰনে আন এটা কবিতাত লেখিছে—

Have Mercy on me, My soul.
Why are you weeping
Knowest thou my weakness?
Thy tears strike sharp and injure
For I know not my wrong.
... ... ... ... ... ... ...
I have naught but human words
To interpret your dreams.

দুয়োটা কবিতাৰে অসমীয়া ভাঙনি অলপ জনা-নজনাকৈ নিবেদন কৰিব খোজো :—



সেই আদি মুহূৰ্ত্ততো মই আছিলোঁ
এতিয়াও ময়েই বিৰাজো। আৰু
জগতৰ শেষ নোহোৱালৈকে মই ইয়াতে থাকিম।
দুখ-শোকৰ আঘাত পোৱা মোৰ সত্তাৰতো শেষ নাই।
কনফুচিয়াচৰ বাণী শুনিছিলোঁ
ব্ৰহ্মাৰ মুখৰ বেদলৈকো কাণ পাতিলো,
বুদ্ধৰ লগত বোধিদ্ৰুমৰ তলত বহিছিলোঁ
তথাপি মই ইমান অজ্ঞানতা
আৰু আনৰ কথাত
ভোল গৈ আছো।

* * *

চিনাই পৰ্বতত জেহোভাৰ লগত যীশুক দেখিছিলোঁ
মডিনালৈ মহম্মদ যাওঁতে আছিলো
তথাপি মই ইয়াত পেপুৰা আৰু বিবুদ্ধি হৈ পৰিলো
যেন এক বন্দীশালৰ মাজত।

মানুহৰ গীত বাৰু ইয়াতকৈ আৰু কি হব পাৰে? আমি ইমান কথা জানো, আমাৰ ইমান গভীৰ জ্ঞান, তথাপি আমাৰ কিমান দুৰ্ভাগ্য! আনটো কবিতা কান্দোনৰ। আত্মাৰ অৰ্থাৎ মানুহৰ চিৰসত্তাৰ কাষত কবিয়ে ক্ষমা বিচাৰিছে।

মোৰ আতমা হেৰা, মোক তুমি ক্ষমা কৰা,
তুমি উচুপি আছা নে কি?
মোৰ দীনতা কি, জানিলা হ'বলা!
তোমাৰ চকুলোবোৰে মোক চোকা কাঁড়ৰ দৰে বিন্ধিছে
আৰু ঘুণীয়া কৰিছে
মোৰ অপৰাধবোৰ কি বাৰু?

* * *

মোৰ এই ভাষা শব্দৰ বাহিৰে
তোমাৰ স্বপ্নৰ মহিমা বুজিবলৈ মোৰ কি সাধ্য?

ঠিক একেই স্তৰতে ডঃ দিলীপ বৰুৱাই যোৱা এপ্ৰিল মাহৰ 'অসমীয়া'ত 'জন দা বেপটিষ্ট' কবিতাত এইদৰে লেখিছে ঃ—

যুগে যুগে হে তপস্বী
তোমাৰ আবিৰ্ভাৱ হয়—
কিন্তু তোমাৰ গাত ভেড়াৰ ছাল দেখি
আৰু হাতত খহটা লাঠীৰ পাক দেখি
তোমাৰ আহ্বান ধ্বনি মানুহে আওকাণ কৰে।

আবিৰ্ভাৱ হয় কোন? আওকাণ কৰে কোনে? ইয়াৰ উত্তৰত ক'ব লাগিব যে মানুহৰ সত্তাৰেই আবিৰ্ভাৱ হয় আৰু আওকাণ কৰে সেই মানুহৰ সত্তায়েই। ইয়াৰ বাবে শোক আছে, দুখ আছে, ক্ৰুচবিদ্ধ হ'ব লগীয়াত পৰে, গুলীও বুকুত লাগিব পাৰে; কিন্তু কোনে কাক মাৰে? আমাৰ শঙ্কৰদেৱে ওৰেষা বৰ্ণনাত বঢ়িয়াকৈ লেখিছে ঃ—

শোক তৃষ্ণা উৰ্ম্মিক দেখন্তে চমৎকাৰ।
অত্যন্ত চঞ্চল অনুমাত্ৰো নুহি সাৰ॥
মায়ায়ে মোহিল হেন সংসাৰত আতি।
চিৰকাল ভ্ৰমো প্ৰভু হুয়া নানা জাতি॥
লভিলোহো জন্ম প্ৰভু অসংখ্য প্ৰমাণ।
পঢ়িলোহো বেদশাস্ত্ৰ অনেক পুৰাণ॥
অসন্তোষ সন্তোষক লভিলো অপাৰ।
ক্ষয় বৃদ্ধি উদয়কো পাইলো বাৰেবাৰ॥
সংযোগ-বিয়োগ শত্ৰু-মিত্ৰ বান্ধৱৰ।
দেখিলো সংসাৰে পিতৃ-মাতৃক বিস্তৰ॥
সুখ-দুখ অনুভৱ ভৈল অসংখ্যাত।
পাইলো পুত্ৰ ভ্ৰাতৃ জ্ঞাতি অনেক ইহাত॥

* * *

হওঁ কতো দৰিদ্ৰ ঈশ্বৰ অধিকাৰী।
কতো মোক মাৰে কতো ময়ো আছো মাৰি॥



মই আনি কাটো কতো মোক ধৰি কাটে।

এইটোৱে আত্মাৰ অনন্ত লীলা। এই লীলাৰ মাজতে মানুহৰ হাঁহি আৰু কান্দোন। Tears and laughter. এসময়ৰ সৰ্বশ্ৰেষ্ঠ কবি খলিল গিব্ৰনে ৰবীন্দ্ৰনাথতকৈ আগেয়েই পৰলোক গমন কৰিলে। তেওঁ আৰু এটা কবিতা লেখিছিল যাৰ নাম সৌন্দৰ্য্যৰ মৃত্যু— Death of Beauty. সেই কবিতাটোৰ সমালোচকে কৈছে যে পদুম ফুলত যেনেকৈ সোণ খটাব নোৱাৰি সেইদৰে সেই কবিতাটোৰ মনোহাৰিত্ব বৰ্ণনা কৰা দুষ্কৰ। এচিয়াৰ এইটো মহৎ সৌভাগ্য আৰু গৌৰৱ যে, উচ্চতম কবিত্ব সম্পদত এচিয়া সমগ্ৰ জগতৰ শীৰ্ষস্থানীয়। গ্ৰীক, ৰোমক, বেবিলন, চিৰীয়াৰ সৈতে সমানে উন্নত ভাৰতৰ আৰ্য্য সভ্যতাৰ অৱদানক জাৰ্মানীৰ মহাকবি গেঠে উচ্চকণ্ঠেৰে প্ৰশংসা কৰিছিল, যেনেকৈ প্ৰশংসা কৰিছিল চীন পৰিব্ৰাজক হিউৱেনচাঙে অসমীয়া ভাষাক সুসভ্য জাতিৰ ভাষা বুলি।

জগতৰ ভাষা এক হোৱাৰ পথ প্ৰশস্ত হৈ আহিছে বুলি কৈছো। শুনিছো সুদূৰ জাপানতো ইংৰাজী ভাষাৰহে অবাধ ৰাজত্ব। তথাপি ভাৰতত বিভিন্ন ভাষাই আজি মুৰ দাঙিছে। প্ৰত্যেক ভাষাৰেই ঐশ্বৰ্য্য হওক, এইটো আমি কামনা কৰোঁ। একালত মাগধী, মৈথিলী, সৌৰশেনী, কামৰূপী কাব্যৰ সোঁতা একেটা বিয়াগোম কুৰুঙেদি বৈ গৈছিল আৰু সেই কাব্যৰ সোঁতাত কাৰ সুৰ প্ৰচণ্ড সেইটো বুজিবৰ বাবে আজি ব্ৰহ্মপুত্ৰলৈকে চাওক। বিদ্যাপতিৰ যি সুৰ শঙ্কৰদেৱৰো সেই একেই। "বিদ্যাপতি কহে কৈস্নে গোৱাঁৱবি হৰি বিনে দিন-ৰাতিয়া।

মহাসাগৰৰ পাৰত অথবা হিমালয়ৰ শিখৰত এসময়ত মহাশঙ্খ ধ্বনিত হৈ উঠিছিল। সেইটো মানৱ সভ্যতাৰ জন্মৰ মহতী শঙ্খনাদ। তাৰপৰা উত্তৰে দক্ষিণে-পূৱে-পশ্চিমে মহামানৱৰ মহাসোঁতা এচিয়া মহাদেশতেই প্ৰবিভক্ত হৈ পৰিল। আকাশৰ বিজুলী দেখি বনৰ ম'ৰা চায়ে চালি ধৰে; কিন্তু চিৰিয়াখানাত সেই ম'ৰাচালি ধৰাৰ

কঠোৰ পৰিহাসৰ ধ্বনি। সঞ্চৰণশীল বৰ্ষণমুখী ডাৱৰকো অপসাৰণ কৰিব পৰা ক্ষমতা বৰ্ত্তমানৰ বৈজ্ঞানিকৰ। মেঘদূত স্তম্ভিত হোৱাৰেই কথা। অপূৰ্ব্ব অদ্ভুত নৱমেঘদূত কোন এইটোৱেই আজি ভাবিবৰ কথা।

আপোনাসকল গুণী-জ্ঞানীজন ইয়াত সমবেত, আপোনাসকলৰ আগত কলাকুশল কবিতাৰ ৰসময় কথা কবলৈ যোৱাটো মোৰ ধৃষ্টতা। তথাপিও নকৈ নোৱাৰো যে সমগ্ৰ ভাৰতবৰ্ষত, অসমৰ ব্ৰহ্মপুত্ৰ উপত্যকাত যি অপূৰ্ব কাব্য সুষমাই নীল শতদলৰ দৰে বিকশিত হৈ মধুগন্ধত প্ৰত্যেকজন কবিভৃঙ্গকেই আকুল কৰিছিল আৰু যি মনোভিৰাম বাক্যবিন্যাসেৰে, শব্দগাঁথনিৰে আৰু বিষয়-নিৰ্বাচনেৰে প্ৰত্যেকজন কবিয়ে নিজৰ বাণী ৰূপায়িত কৰিছিল সি যেন আজি অন্তৰ্হিত। একালত বিষয়বস্তু আছিল হৰি। হৰিকেই উদ্দেশ কৰি শঙ্কৰদেৱে গাইছিল:

'তুহুঁ বিনে জীৱন ৰহই নপাৰি
দহে হৃদয় হামাৰি॥

আৰু

'বিৰহে দহন চিত্ত আকুল কিঙ্কিৎ
মানস মদন বিগাৰিণ।

আজি সুৰ হয়তো একেই আছে, বাক্যবিন্যাস, শব্দগাঁথনি প্ৰায়েই একে; অথচ বিষয়-নিৰ্বাচনত সেই সুষমা আৰু নাই, অন্য সুষমাই তাৰ ঠাই লৈছে। কবিতাৰ উদ্দেশ্য অকল প্ৰকৃতি পূজাই নহয়, মানৱাত্মাৰ পূজাও কবিতাৰ উদ্দেশ্য। মানৱাত্মাৰ প্ৰতি অবিচাৰ কবিৰ হৃদয়ত বৰকৈ লাগে। সেইদেখি শ্ৰীঅনন্তদেৱ শৰ্ম্মাই 'মালিকা'ত লিখিছে—

মৰিল নিৰপৰাধী
ভিয়েটনামী আঢ়ৈ লক্ষাধিক শিশু,
......................
হয়তো হবও পাৰে
বুৰঞ্জীৰ পুনৰাভিনয়,



আঢ়ৈ লক্ষাধিক সেই শিশুৰ আত্মাৰ
চকুৰ লোতক আৰু গভীৰ নিশ্বাসে
জনম দিবও পাৰে
লাখ লাখ স্বদেশপ্ৰেমিক।
..................
ভৱিষ্যৰ পৃথিবীয়ে
তেনে সুদিনৰ বাবে আছে বাট চাই।

আজিৰ কবিতাৰ উদ্দেশ্য মানৱতাৰ পূজা। মানৱতাক আজি স্বীকৃতি দিব লাগে—এইটোৱেই আজিৰ কবিতাৰ শঙ্খধ্বনি। বিশ্বৰো সম্প্ৰসাৰণ ঘটিছে। নিজকো প্ৰসাৰিত আৰু প্ৰচাৰিত কৰিবৰ বাবে মানৱাত্মাই নানাভাৱে সংগ্ৰামত অৱতীৰ্ণ। ইয়াৰ মাজত কবিতাৰ কৰ্ত্তব্য কোনটো? আত্মাৰ বাহিৰে কবিতাৰ গতি নাই। অকল মানৱ-প্ৰকৃতিয়েই নহয়, জড়-চৈতন্য সকলো পৰিব্যাপ্ত কৰি মহা-প্ৰকৃতিৰ মাজত আত্মাৰ সুৰ আজিৰ কবিতায়ো ধৰিব পাৰিব লাগিব। সকলো কালতে সকলো অৱস্থাতে নিৰৱচ্ছিন্ন প্ৰশান্ত বিকাৰ-হীন এই আত্মাৰ সুৰ। এই সুৰ কবিতাই জগাই প্ৰদীপ্ত কৰি তুলিব লাগিব। তেতিয়াহে মহাবিশ্বৰ লগত মানৱৰ যোগাযোগ মানৱৰ বোধগম্য হব। মৰণ বা পৰিবৰ্ত্তন মানুহৰ খোজে খোজে। গতিকে আত্মাৰ সুৰ খোজে খোজেই প্ৰখৰ। যি ভাৱে এই সুৰ অৰ্থহীন, তেওঁ যথাৰ্থ সুৰ কাক বোলে তাক নাজানে। এই সুৰক নুবুজাৰ বাবেই আমাৰ যত খুদ্ৰতা। আমি বিষয়ক পৰ্বতাকাৰ কৰি লওঁ। ভূমাক এৰি ভূমিক সৰ্ব্বহ বুলি ধৰোঁ। জীৱনৰ বিড়ম্বনাক ব্যঙ্গ কৰি বৌদ্ধিক হবলৈ যাওঁ।

ইমান দিনে কিন্তু অসমত আছিল তত্ত্ব সম্পদেৰে ভৰপূৰ শঙ্কৰী সাহিত্য আৰু অসমীয়া ভাষা পঢ়াশালিত চলাৰ লগে লগে জোনৰ পোহৰত বিলৰ বুকুত ভেঁটফুল বিকশি উঠাৰ দৰে বিকশি উঠিল ধনাই বৰা, ৰত্নেশ্বৰ মহন্ত, দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা, বেণুধৰ

বাঙখোৰা প্ৰভৃতিৰ কবিতাসমূহ। এইবোৰ যদিও শিশু সাহিত্য যদিও লোক-সাহিত্য এয়ে।

বিহু-গীতৰ পৰমাৰ্থিক ভাগৰ ছাঁ লৈ বাঁহীত দুটা-এটা কবিতাও ওলাল। মানুহে বিহু-গীতত লাহে লাহে বলডেন্সৰ সোৱাদ পালে; কিন্তু ভয়ে ভয়ে ……। মানৱ প্ৰেমে ঠায়ে ঠায়ে দেশপ্ৰেমৰ ৰূপ ললে আৰু তাৰ প্ৰকাশভঙ্গীত মণিৰাম দেৱানৰ গীতেই প্ৰধান হ'ল। বাকীবিলাক দেশপ্ৰেমৰ গানত বন্দুক-বাৰুদৰ গোন্ধ, মাৰ্চ্চ কৰি যোৱা জয়-যাত্ৰাৰ ধ্বনি। গান্ধী-যুগৰ দেশাত্মবোধৰ গীতত প্ৰচাৰৰ সুৰ সৰহ। আইনাম, বিয়ানামৰ আৰ্হিত যিবোৰ গীত-কবিতা তেতিয়া ৰচিত, তাত আধ্যাত্মিকতাও বিৰিঙি উঠিছিল। বাঁহীত প্ৰকাশিত হোৱা চিত্ৰদাসৰ কবিতাসমূহ গান্ধী সাহিত্যত মণি-মুকুতা। সেইবোৰ শঙ্কৰী যুগৰে ভগ্নাৱশেষ। 'অ' মোৰ আপোনাৰ দেশ' কবিতা প্ৰাক্-গান্ধী যুগৰ প্ৰবল দেশাত্মবোধত ৰচিত যদিও তাত তিৰোতাসুলভ কোমলতা থকাত গান্ধী যুগৰ স্বাধীনতা সংগ্ৰামত তাৰ ঠাই হল নিঃকিন।

যি হওক প্ৰেমৰ সঙ্গীত আছিল ভালকৈয়ে; (আৰু আজিও আছে) কিন্তু প্ৰেমৰ অৰ্থ নাৰীৰ প্ৰণয়তে পৰিসমাপ্ত। বিশ্বপ্ৰেমৰ অৰ্থ ব্যাপক; কিন্তু প্ৰণয় যাইকৈ প্ৰণয়ীৰ প্ৰতি, প্ৰেয়সীৰ প্ৰতি; কিন্তু আজিৰ প্ৰেয়সী মনোৰমা নহয়। আজিৰ প্ৰেয়সী বিপৰ্য্যস্তা। অকল দাৰিদ্ৰৰ বাবেই নহয়, মনৰ, আদৰ্শৰ দাৰুণ সাংঘাতৰ বাবে আজিৰ প্ৰেয়সীৰ বৰ্ণ বিবৰ্ণ; কিন্তু মধ্য যুগৰ কাব্যত প্ৰেয়সীৰ গাল দুখন সেন্দুৰীয়া, আজিৰ প্ৰেয়সীৰ গাল শেঁতা। ৰবীন্দ্ৰনাথে কোনোবা এগৰাকী কবিৰ কবিতা শুধৰাই দিওঁতে বসন্তকালৰ পূৰ্ণিমা ৰাতিৰ সেই ক্ষণটোক অবিস্মৰণীয় বুলিছিল, যি ক্ষণত, প্ৰেয়সী প্ৰিয়াই তেওঁৰ চঁপাকলি যেন আঙুলিৰে খোপা বান্ধি লৈ তাত নৰ-মল্লিকাৰ মালাধাৰ গুজি লৈ প্ৰিয়ৰ প্ৰতি হঠাতে এক নিমেষৰ দৃষ্টি নিক্ষেপ কৰি চাইছিল; কিন্তু হায়, সেই ক্ষণ আজি



আৰু অবিনশ্বৰ নে? মধ্য যুগৰ সূৰ্য্য, নিজৰ ঐশ্বৰ্য্য লৈ কেতিয়াবাই মাৰ গ'ল। আজি নতুন সূৰ্য্য আহিছে—তীব্ৰতম ইউৰেনিয়ামৰ সহযোগত আৰু তীব্ৰতৰ হৈ। মধ্যযুগৰ প্ৰিয়াতকৈ আজিৰ প্ৰিয়াৰ দৃষ্টি আৰু তীব্ৰ, আৰু তীক্ষ্ণ, আৰু উগ্ৰ, আৰু ভয়াবহ, আৰু স্তিমিত, আৰু উৎসুক, আৰু দুৰন্ত, আৰু দুঃসহ, আৰু উন্মত্ত, আৰু প্ৰমত্ত আৰু সন্ত্ৰস্ত। প্ৰিয়াৰ এই চকুৰ ভাষাত আকূতি আছেনে কাকুতি আছে নাজানো; কিন্তু নামঘোষাৰ কাকুতি ঘোষাৰ সুৰত আজি আমাৰো ক'বৰ মন যায়—'কিমতে কবিতা ৰচিবো আজিহে প্ৰিয়াৰ ৰূপ বৰ্ণাই, মই মূঢ়মতি নজানো তাৰ উপায় এ ৰাম ৰাম।'

প্ৰেমৰ কথা থাওক, দেশভক্তি· গুৰুভক্তি মানৱভক্তিলৈ আহোঁ। বুদ্ধদেৱৰ পূজা কৰোঁতে কোনোবা এগৰাকী মহিলাৰ বোলে তেজেৰে বলিশাল ৰাঙলী হৈ পৰিছিল। আজি সেই ভয় নাই। বৈষ্ণৱে শিৱ পূজা কৰিলেও ভয় নাই, শৈৱ্যই বিষ্ণু পূজা কৰিলেও ভয় নাই; কিন্তু ভয় আছে মানৱ পূজা কৰোঁতে। কোনবিধ মানৱৰ পূজা কৰিব আপুনি? শোষিতক নে শোষকক? সমাজত কোনবিধ সংখ্যাত গৰিষ্ঠ, কোনবিধ দুৰ্গতিত পতিত, কোনবিধ পদদলিত, কোনবিধ শিক্ষা বঞ্চিত, কোনবিধ আৰোগ্যহীন, কোনবিধ গৃহহীন, কোনবিধ আতুৰ? যিবিধ তেনে, তেওঁবিলাককেতো আপুনি সেৱা কৰিব? কিহেৰে কৰিব? কবিতাৰে? কবিতাৰ উদ্দেশ্য অকল প্ৰকৃতি পূজাই নহয়। আগেয়েই কৈছোঁ মানৱাত্মাৰ পূজাও কবিতাৰ উদ্দেশ্য। আজিৰ কবিতাৰো সেয়েই উদ্দেশ্য। আজিৰ নানা প্ৰভেদৰ মাজত এটা মাহ সুৰ ভেদহীন। সেইটো হৈছে। আত্মাৰ সুৰ এই মানৱাত্মাৰ জয়-যাত্ৰাৰ পদক্ষেপেই আজিৰ যুগৰ একমাত্ৰ বৈশিষ্ট্য। অকল কাব্য-সাহিত্যতে নহয়, বাণিজ্যত, আৱিষ্কাৰত, ৰাজ-নীতিত, শিল্পত, কলা-সংস্কৃতিত, অভিযানত, বিজ্ঞানত, প্ৰতিযোগিতাত মানৱাত্মাৰ জয়-যাত্ৰা অকুণ্ঠিতভাৱে প্ৰসাৰিত। বিশ্বৰো সম্প্ৰসাৰণ ঘটিছে। নিজকো প্ৰসাৰিত আৰু প্ৰচাৰিত কৰিবৰ বাবে মানৱাত্মাই

নানাভাৱে সংগ্ৰামত অৱতীৰ্ণ। আত্মাৰ বাহিৰে কবিতাৰ গতি নাই। বিশ্বত নিৰৱচ্ছিন্ন প্ৰশান্ত বিকাৰহীন এই আত্মাৰ সুৰ। প্ৰত্যেক মানুহৰ শুদ্ধ অন্তৰতো এই সুৰ। কবিতাই এই সুৰ জগাই প্ৰদীপ্ত কৰি তুলিব লাগিব, আমাক কৰ্ত্তব্য জ্ঞান দিব লাগিব। আমি জীৱনৰ বিড়ম্বনাক ব্যঙ্গ কৰি বৌদ্ধিক হ'বলৈ যাওঁ; কিন্তু সমস্যাৰ সমাধান নেপাওঁ। ব্যক্তিক লৈ সমষ্টি, সমষ্টিক লৈ গোষ্ঠি। যদি এটা গোষ্ঠিয়ে অন্য এটা গোষ্ঠিক বঞ্চিত কৰি ৰাখিব খোজে সেই ব্যৱহাৰত সাৰ্বভৌম সত্যৰ প্ৰতি শ্ৰদ্ধা নাই। মহাভাৰতৰ দৃষ্টিত আত্মাক বুজি পাবলৈ হলে অভিমন্যু বধ কৰিলে নচলিব, সুদৰ্শনক মানিব লাগিব।

আমাৰ ঐতিহ্য আজি বিপদাপন্ন এই কথাটোকে প্ৰথমে ক'ব খুজিছিলোঁ। শেষত আকৌ কওঁ, হেৰোৱা ছন্দৰ দৰে আমাৰ অতীতৰ সকলো ঐশ্বৰ্য্য আজি আমাৰ হাতৰ মুঠিৰ পৰা পুলুকা মাৰি সৰি পৰিব খুজিছে। নামঘৰৰ আগৰ ডাঙৰ বকুল গছজোপাৰ তলত আগৰ দৰে আজি আৰু পকামিঠৈ খাবলৈ নাপাওঁ। মেখি, সাজতোলা, বায়নৰ লৰাই আজি কাৰখানাৰ বনুৱা হবলৈ লৰিছে। দলে দলে ডেকালৰাই লং পেণ্ট পিন্ধি কাম বিচাৰি ফুৰিছে। ইয়াৰ মাজতে ছুঁচৰি গাওতে মূৰত এখন ভমকাফুলীয়া গামোচা হয়তো। দিনত যেনেকৈ হোলাত থকা ভেঁটফুল জোনৰ অভাৱত ম্ৰিয়মান; সেইদৰে কামৰ অভাৱত আমাৰ ডেকালৰাৰ মুখ ডাৱৰে আবৰা। সেইদেখি পেটুৱা বৰপেটটোৰ পৰা গণেশৰ দৰে ধুতিৰ থোৰ ওলোমাই হাতত সাঁচিপাত, কাণত ম'বা পাখি গুজি আজি আৰু কোনো কবি হবলৈ নাযায়, যাব কৰ্ম্মী হবলৈ; কিন্তু উটৰ দৰে কৰ্ম্মী থাকিলেও কৰ্মৰ ৰেচিচ্ আজি আৰু নাই। কাম-বন নোহোৱা অথচ প্ৰশিক্ষণ পোৱা ডেকালৰাই আজি কৰ্মৰ বাঁহীটি বজাবলৈ সুবিধা পোৱা নাই। একবিংশ শতিকাৰ বিশ্ব একাকাৰ কৰা বিশ্ব-জনতাৰ বিশ্ব-পোছাকে আজি নৰ-নাৰীৰ অবয়ৱ ঢাকিছে। প্ৰাণৰ বিচিত্ৰ বাৰ্ত্তা



আজি মানুহৰ কথা-বতৰাত। মানুহ আজি বৌদ্ধিক বুদ্ধিজীৱী—হৃদয়ত বিশ্ব-কাৰুণ্য স্ৰোতস্বিনীৰ ঠাই আজি ক'ত? মানুহ কটা-মৰা কৰা আজি আৰু কথাৰ কথাই নহয়। শিল-বৰযুণত চৰাই মৰি পৰি থকা দেখি কোন বিহগী কবিয়ে আৰু কবিতা লেখিব? কেতেকীৰ উৎপত্তিৰ কাৰণ Pathos হলেও কেতেকী কাৰুণ্যৰ কবিতা নহয়। কেতেকীৰ মাতত মৃত্যুক জয় কৰাৰ ডঙ্কা বাজে। হিম যেন চেঁচা মৃত্যুৰ পৰশত কেতেকীয়ে যেন বুকুৰ উম দি কৈছে, 'প্ৰ ম'ৰ পিকু'। 'অ' বৌ কেতেকী'ত যেন অধীৰ ব্যাকুলতাৰ সুৰ। আজিৰ কবি পৰিশ্ৰান্ত। এই শ্ৰান্তিৰ কথা নিঃসহায়া কবি নিৰ্ম্মালি ৰাজখোৱাই কোমল বয়সতে এইদৰে লেখি গ'ল অমূল্য বৰুৱাৰ দৰে—

আৰু মই?
নিঃসহায়—
এইমাত্ৰ ডুবু ডুবু হোৱা জাহাজৰ যাত্ৰীৰ দৰে,
শ্ৰান্তি—
মৰুৰ কেৰাভানৰ দৰে।
এই শ্ৰান্তি মোৰ বহুদিনৰ
এই শ্ৰান্তি মোৰ নিঃসহায়তাৰ।
মই নিঃসহায়

কাৰণ ঈশ্বৰৰ ভালপোৱা বৰ গভীৰ, যি গভীৰতাৰ শেষ নাই।

ঠিক একেদৰেই নিঃসহায় অকলশৰীয়া যুঁধামান জাতি মুক্তিৰ আনন্দৰ অভিলাষী পূৰ্ব বঙ্গদেশৰ ইচলামী দুৰ্দ্ধৰ্ষ বঙ্গভাষাভাষী জাতি, যি সকলে কাজী নজৰুল ইচলামৰ কবিতাৰ লগত নিজৰ আদৰ্শ কট্‌কটীয়াকৈ বান্ধি কৈছে—

আমি ঝঞ্ঝাৰ মত দুৰ্বাৰ
আমি ঝৰ্ণাৰ মত চঞ্চল
আমি বিধাতাৰ মত নিৰ্ভয়
আমি প্ৰকৃতিৰ মত চঞ্চল।

তেওঁবিলাকৰ আনন্দ মৃত্যুক জয় কৰাৰ আনন্দ। তেওঁবিলাক ভয়ানক রুদ্রক লগ পোৱাব আৰু তেওঁক জয় কৰাৰ আনন্দত মতলীয়া, সেইবাবে তেওঁবিলাক নিজেও রুদ্রস্বরূপ। যাক বধ কৰিব লগীয়া তাক বধ কৰিবৰ আৰু যাক ৰক্ষা কৰিব লগীয়া তাক ৰক্ষা কৰিবৰ বাবে তেওঁবিলাক বদ্ধপৰিকৰ।

অবধস্য বধে যাবাংস্তাবান্ বধাস্য ৰক্ষণে।
ইত্যাহ ভগৱান ব্যাসং সৰ্ব্ববেদাৰ্থ তৎপৰঃ ॥

একবিংশ শতিকাতো যদি মহাকাব্য ৰচিত হয় তেনে এই সুৰৰ প্ৰতিধ্বনিয়েই তাত হ'ব, কাৰণ কেতেকী চৰাইৰ মাতৰ দৰে জয়ধ্বনি আৰু জয়গান ত্বপৰ নিশাৰ প্ৰবল ধুমুহা ভেদ কৰিও আকাশৰ বুকুত নিনাদিত হৈ উঠিছে। আজিৰ কবিতাৰ গতি হ'ব সেইদেখি দাম্ভিক। কল্পনাৰ তন্দ্ৰা আৰু বাতুলৰ ভ্ৰমপৰায়ণ উক্তি আজিৰ কবিতাত আৰু নাথাকে। তুৰূহ জীৱনৰ দ্যোতনা আৰু মুক্ত প্ৰকাশ আজিৰ কবিতাৰ ছন্দহীন, সুষমাহীন, সাৰলীলতা-হীন মূৰ্তিমান কঠোৰ সংগঠনৰ লক্ষণত প্ৰকাশমান।

জন-জীৱনৰ স্পন্দন তুলিব ধুমুহাৰ মাজৰ আত্মপ্ৰকাশেৰে; কিন্তু তাৰ বাবে এই বৈজ্ঞানিক যুগত আগভাগ লব যন্ত্ৰই। সেইবাবেই আজিৰ কবিৰ সুৰ বিজ্ঞানৰ সুৰৰ লগত সমানে জড়িত হ'ব।

শৰাইঘাটৰ নতুন বুৰঞ্জী
আজি লিখিবৰ হ'ল।

—অতুল হাজৰিকা



যিসকলে ভাবে, যন্ত্ৰৰ যুগত শিৱ সত্য সুন্দৰৰ আৰু ঠাই নাই অথচ সৌন্দৰ্য্যৰ ধাৰণাত মাইকেল এঞ্জেলোৰ বিষয়ে কথা পতা 'লিপষ্টিক' লিপ্ত গৰ্ব্বিতা মহিলাসকলৰ দৰে লঘু তেজ-মঙহৰ পৰ্ণ গ্ৰাফিত আচ্ছন্ন, তেওঁবিলাকে পাশ্চাত্যৰ অগ্ৰগামী কবি বা কবিপ্ৰাণ লোকৰ ৰচনা পঢ়ি ভাৰতীয়ৰ সোণোৱালী যুগৰ ঐতিহ্যৰ প্ৰতি আস্থা নেহেৰুৱাবও পাৰে। অলপতে ওলোৱা 'ইংৰাজী সমালোচনাৰ ধাৰা আৰু অসমীয়া সাহিত্যত ইয়াৰ প্ৰভাৱ' নামৰ শ্ৰীত্ৰৈলোক্য নাথ গোস্বামীৰ গ্ৰন্থত তলৰ কথাখিনিত কবিৰ ব্যাখ্যা আছে—

"যন্ত্ৰ যুগত সাহিত্যৰো সৃষ্টি হ'ব।
তাক বাধা দিয়াৰ উপায় দেখা নাই কিন্তু
বেপেৰুৱা সাহিত্যই যাতে সৎ সাহিত্যৰ ওপৰত
আধিপত্য বিস্তাৰ কৰিব নোৱাৰে তাৰ বাবে
সমালোচক সচেষ্ট হ'ব লাগে । কবিৰ দৰে
সমালোচকো সত্য আৰু সুন্দৰৰে পূজাৰী।"

ঠিক একে কথাই খাটে আজিৰ বাতৰি কাকতসমূহৰ পৰি-চালনা আৰু সেৱাৰ সম্পৰ্কে। সাংবাদিকসকলো যদি সত্য শিৱ সুন্দৰৰ পূজাৰী নহয় তেনে তেওঁবিলাকে অকল বাণিজ্যকহে পূজা কৰিব পাৰিব, জনতাক নহয়। যন্ত্ৰ যুগত যন্ত্ৰৰ যোগেদিয়েই সাংবাদিকে কবিত্বসুলভ বাণী বিশ্ব মানৱৰ সেৱাতে প্ৰচাৰ কৰিব। সাংবাদিকৰ সংবাদ গল্পতকৈ সত্য, কবিতাতকৈ সত্য, সেইবাবে বৰ্ত্তমান যুগত, গল্পতকৈ, কবিতাতকৈ সংবাদ সাহিত্যই বেছি সচল।

যিসকল কবিৰ এই যুগসন্ধিত বীণাৰ তাঁৰ ছিগিল, তেওঁবিলাকে নতুন সুৰত আত্মপ্ৰকাশ কৰিব নোৱাৰিলে তাঁৰ জোৰাব নোৱাৰিব। তেওঁবিলাকৰ সবল হৃদয়ৰ আত্মপ্ৰকাশ নতুন সুৰতেই হব। ইলিয়টৰ কবিতাই তাৰ আদৰ্শ। এনে কবিতাৰ আদৰ্শত প্ৰাচীন, হয়তো পলৰীয়া escapist ; কিন্তু তেওঁবিলাক তেনে নহয়। তেওঁবিলাক জীৱনবাদী, যাক বোলে বীৰ বা champion।

কাব্য সাহিত্যৰ 'ফুটপাথ'তেই আমি আজি আশ্ৰয় লৈ, গাড়ী চলাই নিবলৈ ঘাই বাটটো তেওঁবিলাকক এৰি দিছো। আমি মসিজীৱীহে; কিন্তু তেওঁলোক তেনে নহয়, তেওঁবিলাক আসিজীৱী আৰু বুদ্ধিজীৱীও।

তথাপিও এষাৰ কথা কবৰ মন যায় যে, বৰ্ত্তমান যুগৰ একমাত্ৰ লক্ষণ হ'ল speed অৰ্থাৎ দ্ৰুততা। নিমিষতে এটা বাতৰি বিশ্বত বিয়পি পৰিব পাৰে আজি এনে অৱস্থা। যান-বাহনৰ গতি, বিজুলী বেগৰ গতি, ৰেডিঅ'-টেলিভিশ্যনৰ গতিয়ে সকলো গতিকে চেৰ পেলাইছে। 'মন সম বেগৱন্ত কোনোবা কি আছে, কালে কি কৰিব কাক কোনেনো বুজিব' এনে প্ৰকাৰৰ কবিতাৰ মূল্য আজি আছে জানো? কিন্তু মনৰ আন্ধাৰ দূৰ কৰিব নোৱাৰিলে কোনো কবিতাকে আমি কবিতা বুলিব নোখোজোঁ। গতি থাকিলেও যিবোৰ কবিতাই মনক কেৱল নিৰাশাৰে আৱৰে সেইবোৰক আমি good bye দিব খোজোঁ। মনত আনন্দ আৰু জ্যোতি সমুদ্ভাসিত কৰি দিয়ক এনে গতি থকা জ্যোতিৰ্ময় কবিতাৰ সন্ধান আমাক লাগে। নকৈ নোৱাৰো যে, মহাপুৰুষ শঙ্কৰদেৱে প্ৰাচীন ভাৰতীয় সাহিত্যৰ এনে প্ৰখৰ প্ৰদীপ আৰু বেগৱন্ত শক্তিৰ সবল থকা কবিতাও তেওঁৰ লেখনীত আমালৈ থৈ গৈছে। অলপ শুনিবনে?

অৰ্জ্জুনক বুলি হেন বাণী।
দিব্য ৰথে চড়ি চক্ৰপাণি॥
ধৰিল উত্তৰ দিশ পথ।
অৰ্জ্জুনে ডাকন্তে যান্ত ৰথ॥
সাতোখান পৃথিবী এড়াইল।
গৈয়া সাতো সাগৰ ছড়াইল॥
ধৰি মহা মনোজৱ গতি।
গৈলা লোকালোকৰ সিভিতি॥
প্ৰবেশিলা ঘোৰ অন্ধকাৰে।



ঘোঁৰা আউৰ যাইবাক নপাৰে॥
হেন দেখি যোগেশ্বৰ হৰি।
আগক হানিলা চক্ৰ ধৰি॥
মহা ৰশ্মিপুঞ্জে পসৰাই।
আগত আন্ধাৰ ফাৰি যায়॥
যেন ৰাঘৱৰ শৰ জাকে।
বিদাৰয় ৰাক্ষস সেনাকে॥
হাজাৰেক সূৰ্য্য যেন জ্বলে।
তাহাৰ পাচত ঘোঁৰা চলে॥
ঘোৰতম তৰিয়া সত্বৰে।
জ্যোতিপুঞ্জ পাইলা তাত পৰে॥
ৰশ্মি লাগি চক্ষু ফুটে দেখি।
মুদিলা অৰ্জ্জুনে দুই আঁখি॥

চাওকচোন, কি দীপ্তি, কি জ্যোতি, অথচ অভাৱনীয় ক্ষিপ্ৰতাৰ কি দ্ৰুতগতি! যি ৰশ্মি লাগি অৰ্জ্জুনৰ চকু ফুটিবৰ উপক্ৰম তেনে জ্যোতি আজি আমাক লাগে, কাৰণ আমাৰ জীৱন আজি আন্ধাৰ।

সেইদেখি আমি অসমীয়া কাব্য সাহিত্যত শঙ্কৰদেৱলৈকে চাওঁ আৰু দেখা পাওঁ যে, ডাক-পুৰুষৰপৰা ডঃ দিলীপ বৰুৱালৈকে যেন এক অখণ্ড কাব্য-প্ৰদীপৰ সহস্ৰ বন্তি। ফুলি থকা পদুমৰ দৰে অসমীয়াৰ কাব্য-চক্ৰক হৃদয়ৰ আসনত থৈ, যি শতদল সহস্ৰ দলক অসমীয়াই বিশ্বপতিৰ চৰণত নিবেদন কৰিব খুজিছে, ক'ব লাগিব নে যে, তাৰ মাজৰ অনিন্দ্য সুন্দৰ চকাটোৱেই হ'ল শ্ৰীশঙ্কৰদেৱ? তাৰপৰা গুৱি গুৱি হৈ উৰি অহা সুগন্ধি পদ্মধূলাৰূপ কবিতা এটিৰ প্ৰতি আমাৰ অনুৰাগ উপজিছে। আপোনাসকলৰ অনুমতি লৈ তাকে শেষত গাই উপসংহাৰ কৰোঁ।

কাৰ পুত্ৰ ধনজন নিমিষেকে হোৱে ছন্ন
শৰীৰ ক্ষণিক সমুদায়।

জলৰ শঙ্কত বাজি একস্থান হোৱে জাঁজি
কতোক্ষণ এৰাএৰি হুই ।
বান্ধৱৰ সমাগম জানিবাহা সেহিসম
অসাৰ সংসাৰ কিছু নুই ॥
কিছু আগ পাচ কৰি আমি সৰো যাইবো মৰি
হেনজানি এবা সৰে মৰ্ম ।

সামৰণিত কওঁ, আমাৰ বান্ধৱসকল, নগাসকল আৰু খাচিয়াসকল আমাৰ অসমত আজি আৰু নাই । তেওঁবিলাক বেলেগ হৈ গ'ল । হয়তো আৰু কোনোবা কোনোবা বেলেগ হৈ যাব । অসমীয়া সাহিত্যৰ কুল-চন্দনেৰে তেওঁবিলাকক পূজা কৰিব নোৱাৰিলে আমাৰেই দুখ থাকিব । আমাৰ ভাষা আৰু তেওঁবিলাকৰ ভাষা বিভিন্ন হলেও উচ্চতা লাভ কৰিলে, সকলোবোৰ ভাষাই ওখৰ একে নিৰ্মল মলয়া বতাহকে স্পৰ্শ কৰিব । কবিৰ বীণত যদি হৃদয়ৰ সুৰ বাজে, এই সুৰ বিভিন্ন হলেও কালত একেটা সুমহান সমলয় গীততে পৰিণত হ'ব । এই গৌৰৱ যেন আমাৰ লাভ হয় । শেষত ইয়াকে কৈ, আপোনাসকলক প্ৰাণভৰা ওলগ জনালোঁ । আপোনাসকলৰ জয় হওক, বিশ্ব-হৃদয়ৰ জয় হওক, জয়-হৃদয়ৰ জয় হওক, অসম-জননীৰ জয় হওক আৰু সুন্দৰ-শান্তিৰ জয় হওক ।

শ্ৰীকমলেশ্বৰ চলিহা

——

# সাংস্কৃতিক সন্মিলনৰ সভাপতিৰ অভিভাষণ

'আজি বন্দো কি ছন্দেৰে
সমাগত বিৰাট
নৰ-নাৰায়ণ ৰূপ ॥'

সমবেত সুধীবৃন্দ ! ......আজিৰ পৰা প্ৰায় ছকুৰি পাঁচ বছৰ পূৰ্বতে অসমকেশৰী অম্বিকাগিৰীৰ কণ্ঠত নিনাদিত হৈছিল এই গীতটি । লৌহিত্যৰ অতি অনুকূল পাণ্ডুনগৰীত কংগ্ৰেছ জাতীয় মহাসভাৰ একচত্বাৰিংশ অধিবেশনত মহাত্মা গান্ধী প্ৰমুখ্যে সৰ্ব্বভাৰতীয় নেতাসকলে একাগ্ৰচিত্তে এই গীতটি শ্ৰৱণ কৰিছিল—মুগ্ধ হৈছিল । সেইদিনাখন ভাৰতবৰ্ষ আছিল পৰাধীন । আজি স্বাধীন ভাৰতৰ আশোক স্তম্ভ সুশোভিত ত্ৰিৰঙ্গ পতাকাৰ তলত থিয় হৈ এই নিঃকিনেও একেই গীতৰ পুনৰাবৃত্তি কৰিবলগীয়া হ'ল । কাৰণ, নৰ-নাৰায়ণৰূপী সমাগত বিৰাট ৰাইজক ময়ো আজি কি ছন্দেৰে বন্দনা কৰিম ? মই যে—

নাজানোহো আৰাহন নাজানোহো বিসৰ্জন
পূজা মন্ত্ৰ নাজানো কিঞ্চিৎ ।

এতেকে নৰ-নাৰায়ণৰূপী হে বিৰাট ৰাইজ ! জয়-জয়তে এই অভাজনৰ ভাঁজ নথকা শ্ৰদ্ধা, ভাল পোৱা আৰু শুভ ইচ্ছা গ্ৰহণ কৰিব । ৰাইজেই বজা আৰু গিয়াতীয়ে গঙ্গা ! এয়েই অসমীয়াৰ পৰম্পৰা আৰু অসমীয়া সংস্কৃতিৰ আদি-পাঠ !

'চিৰ চেনেহী মোৰ ভাষা জননী'ৰ মহাপুণ্য বেদীৰ চৌপাশে সমবেত হোৱা হে তীৰ্থযাত্ৰীসকল ! আজিৰ এই স্থান আমাৰ বাবে সংস্কৃতিৰ ত্ৰিবেণী সঙ্গমস্বৰূপ ! জাতি, ধৰ্ম্ম, বৰ্ণ নিৰ্বিশেষে সকলোৱে

সংস্কৃতিৰ—গঙ্গাত অৱগাহন কৰি, আহক আমি ধন্য হওঁ! চন্দ্ৰলোকত যোৱাৰ আগতে ইহলোকত মানুহৰ অন্তৰত শান্তি, প্ৰগতি আৰু বিশ্বাসৰ কঠীয়া সিঁচি সোণাময় কৰি তোলো আহক।

ভাৰত ভূমিত লভি নৰতনু
আৰু ব্যৰ্থ কৰা কিক?
মূঢ় জনে যেন নজানি বিকয়
কাঁচেৰ মোলে মাণিক॥ —ৰামায়ণ

শ্ৰদ্ধেয় ৰাইজ! কাঁচৰ মূল্যত মাণিক কোনোৱে বেচিব নোখোজে সঁচা; কিন্তু তাৰ আগেয়ে কাঁচ আৰু মাণিকৰ গুণাগুণ বিচাৰ কৰাৰ যোগ্যতা অৰ্জ্জন কৰাৰ একান্ত প্ৰয়োজন।

...আমাৰ এই ৰাজ্য, ভাৰত ৰাষ্ট্ৰৰ এটা অঙ্গ। মহাকালৰ আৱৰ্ত্তন-বিৱৰ্ত্তনৰ মাজেৰে এই ৰাজ্যখন আগবাঢ়ি আহোঁতে কালক্ৰমত অসম নাম পালে। ইয়াত স্থায়ীভাৱে বসতি কৰা মানুহবোৰক অসমীয়া বোলা হ'ল। মাতৃভাষা তথা ৰাজ্যিক ভাষাক আটায়ে অসমীয়া ভাষা বুলি অভিহিত কৰিলে। প্ৰাচীন কামৰূপৰ পৰম্পৰা ৰক্ষিত হৈ আহি বৰলুইতৰ ওপৰত ওলমি থকা চন্দ্ৰতাপ সদৃশ নীল বৰণীয়া বৰআকাশখনিত ৰং-বেৰঙৰ ৰঙৰ খেলা হোৱাৰ লেথীয়া অসমীয়া সংস্কৃতিৰ-বৃন্দাৱনী কাপোৰত কলাদেৱীৰ আশীস্ লভি জাতিকাৰ হৈ অসমীয়া সংস্কৃতিক মহীয়ান আৰু গৰীয়ান কৰি তুলিলে। এই পৰম্পৰা ৰক্ষা কৰাৰ কাৰণে অসমৰ অসমীয়াই বহুতো সংগ্ৰাম, বহুতো ত্যাগ আৰু বহুতো তপস্যা কৰিবলগীয়া হৈছিল। আজিৰ এই শুভসাংস্কৃতিক সভাত ইয়াৰ বহুল আলোচনাৰ কিবা প্ৰয়োজন আছে বুলি নাভাবোঁ। কাৰণ আমাৰ অতীতকালৰ সাংস্কৃতিক ৰূপৰেখা সম্পৰ্কে নানা পণ্ডিতে, নানা গবেষকে অলেখ পুথি প্ৰণয়ন কৰি গৈছে। অসম সাহিত্য সভাৰ সাংস্কৃতিক অধিবেশনতো ইতিপূৰ্বে কেইবাগৰাকী খ্যাতনামা শিল্পীয়ে পৌৰোহিত্য কৰি ৰাইজক ধন্য কৰি গৈছে। গতিকে আপোনালোকে যদি এই অভাজনৰ পৰা



তেনে বিধৰ পাণ্ডিত্যপূৰ্ণ ভাষণ শুনিবলৈ আশা কৰি আছিছে, তেনে-হলে হতাশ হ'ব। কাৰণ নিঃকিন পণ্ডিতলোক নাইবা গবেষক নহয়। তদুপৰি সম্প্ৰতে গুৱাহাটীৰ আমবাৰীত খননকাৰ্য্য চলি আছে। অসমৰ বিভিন্ন অঞ্চল সমন্বিতে নেফা আদি ঠাইতো প্ৰাচীন সভ্যতাৰ নানান চিত্তাকৰ্ষক আৰু অমূল্য নিদৰ্শনৰ সন্ধেদ পোৱা গৈছে। যোগ্যজনে এইবোৰ বিষয়ত দেহেকেহে লাগি গৈছে। আমি সৰ্ব্বান্তঃকৰণে বিশ্বাস কৰোঁ যে এইবোৰ বিষয়ত আমাৰ মাত মতাৰ কোনো অধিকাৰ নাই। গণতান্ত্ৰিক দেশৰ নাগৰিক হলোঁ বুলিয়েই যে সকলো কথাতে মাত মাতিব লাগিব, তাৰ কোনো অৰ্থ নাই। মই কলা-জগতত বাস কৰা এজন সামান্য সাংস্কৃতিক ৰণুৱা। সাগৰ সদৃশ সংস্কৃতিৰ—জল ৰাশিৰ পৰা মই এলোটা পানী লৈ তাৰে সৈতে সখীত্ব স্থাপন কৰিছোঁ। নিজৰ সাধ্য অনুযায়ী, নিজৰ বোধশক্তিৰ দাস হৈ সেই কিঞ্চিৎ পানীৰেই পৰীক্ষা-নিৰীক্ষা আৰু সংগ্ৰাম কৰি আছোঁ। সীমাহীন, অনন্ত সাংস্কৃতিক মহাভাণ্ডৰ পৰা কঢ়িয়াই অনা পানীৰ লোটাত সামান্যতম মিশ্ৰিত জলেৰে সীমিত কৰি লৈছোঁ। কাৰণ সীমাহীন, অনন্ত আকাশ সদৃশ্ সাংস্কৃতিক-জগতত বিচৰণ কৰাৰ যোগ্যতা, ক্ষমতা মোৰ নাই।

হে নৰ-নাৰায়ণৰূপী ৰাইজ, সুদীৰ্ঘকাল 'ফিল্ম-জগত' তথা সাংস্কৃতিক-জগতত বাস কৰি ক্ষত-বিক্ষত দেহা লৈ অন্তৰত বিপুল আশাৰ টোপোলা বান্ধি আপোনাসবৰ চৰণ প্ৰান্তত উপনীত হৈছোঁ। আপোনালোকেই সেই ৰাইজ, যি ৰাইজে গঢ়িব আৰু ভাঙিব পাৰে ৰাজনৈতিক নেতা আৰু সাংস্কৃতিক কলাকাৰ। আপোনাসকলেই সেই ৰাইজ, যি ৰাইজে সৰগতকৈয়ো অধিক আমাৰ মাতৃভূমিৰ মঙ্গলৰ হকে শৰাইঘাটৰ লুইতৰ বগা পানী তেজেৰে ৰাঙলী কৰি তুলিছিল। আপোনালোকেই সেই ৰাইজ, যি ৰাইজে বিয়াল্লিচৰ বিপ্লৱত সত্যাগ্ৰহী কনকলতা, ভোগেশ্বৰী, কুশলকোঁৱৰ আদি কৰি অসংখ্যাত দেশ-

প্ৰেমিকক জয়ধ্বনি কৰি শতুৰুৰ বলীশাল বাঙলী কৰি তুলিছিল। আপোনালোকেই সেই ৰাইজ, যি ৰাইজে প্ৰবল প্ৰতাপী বিদেশী শাসক ইংৰাজক আঁতৰাই অশোকচক্ৰ সুশোভিত ত্ৰিবৰ্ণ পতাকা উৰুৱালে। আপোনালোকেই সেই ৰাইজ, যি ৰাইজে নিজৰ লোকক ৰাজ্যভাৰ সোধাই নিজ নিজ প্ৰতিনিধি বাচি ললে। আপোনালোকেই সেই ৰাইজ, যি ৰাইজে নখ জোকাৰিলে নৈ বয়। সেই হেতুকে হে ৰাইজ! আপোনাসকলৰ অপৰিসীম শক্তিক মই কৰযোৰে শতবাৰ প্ৰণাম জনাইছোঁ।

তাহানিখনতে নেপোলিয়ন বোৰ্ণাপাৰ্টে কৈছিল, "চীন মহাদেশক শুই থাকিবলৈ দিয়া, এবাৰ সাৰ পালে গোটেই বিশ্বকেই সন্ত্ৰাসিত কৰি তুলিব।" সুধীবৃন্দ! কালক্ৰমে এদিনাখন কলাঘুমটিত শতাব্দী-ব্যাপি শুই থকা চীনে সাৰ পাই চীন-লোকতন্ত্ৰ স্থাপন কৰিলে আৰু সেই মহাচীনে মহাভাৰতৰ সৈতে "হিন্দী-চীনি ভাই ভাই" বুলি ভাতৃত্বৰ "ৰাখী-বন্ধন" কৰি পঞ্চশীল ৰচনা কৰিলে; কিন্তু দুৰ্ভাগ্যৰ বিষয়, আমাৰ একালৰ ভাতৃৰ সৈতে ভাৰতৰ সীমান্তত সংঘৰ্ষ লাগিল, অৱশেষত বোমডিলাৰ পতন হ'ল। উষা-চিত্ৰলেখাৰ নগৰী শোণিতপুৰ আৰু এতিয়াৰ তেজপুৰ জনশূণ্য হৈ পৰিল। তেতিয়াৰ ৰাষ্ট্ৰনায়কসকলেও সেই জাতীয় দুৰ্যোগৰ দিনত অসমক ঈশ্বৰৰ হাতত এৰি দিছিল। অসমক শোষণ কৰা পুঁজিপতিসকল অসম এৰি পলাই গৈছিল। যোৱাৰ সময়ত অসমীয়াক বাণী দি গৈছিল—'অসমৰ সুদিন আহিলে, আকৌ আহিম।' সেইদিনা অসমৰ অসমীয়া আৰু গৃহহীন, কপৰ্দ্দক শূণ্য, দৰিদ্ৰ অনা-অসমীয়াক কোনে ৰক্ষা কৰিছিল? ৰক্ষা কৰিছিল অসমক অসমীয়া-পৰম্পৰাই; সংস্কৃতিয়েহে।

পুৰোহিতো যদি থিতাতে আঁতৰি
ত্ৰাসতে মূৰ্চ্ছা যায়,
আমি আগবাঢ়ি ডিঙি পাতি পাতি
তেজেৰে বলিশাল যামে বোলায়



আই! লুইতৰ পাৰবে আমি ডেকা ল'ৰা
মৰিবলে' ভয় নাই।
তাহানি লাচিতে এৰিথৈ যোৱাৰে
পৰা জনম তোৰ,
লঘু-লাঞ্ছনাৰ দুখ বেজাৰৰ
আজিও নপৰিল ওৰ।
কোনো কাপুৰুষ পুৰুষে সহিলেও
আমাৰ যে নসহে গাই।
আজি ডেকা ল'ৰাই জীৱন পন কৰিছে
মোহাৰ চকুলো কলিজাৰ আই॥

……কপৌ চৰাইৰ দৰে শান্ত অসমীয়াই সিংহ হৈ গৰ্জন কৰিছিল সেইদিনা। কোনে? কোনে সেইদিনাখন অসমীয়াক ৰক্ষা কৰিছিল? ৰক্ষা কৰিছিল অসমবাসীৰ দুৰ্জ্জেয় মনোবলে আৰু সেই মনোবলেই হ'ল অসমীয়া সংস্কৃতি, পৰম্পৰা, ঐতিহ্য আৰু সভ্যতা।

শ্ৰদ্ধেয় ৰাইজ! এয়েই মোৰ সাংস্কৃতিক দৰ্শন। মোৰ জীৱন, যৌৱন আৰু ধন, জ্ঞানৰ জৰিয়তে, সংস্কৃতিৰ পম খেদি 'উপলব্ধিৰ ৰাজ আলিয়েদি' খোজকাঢ়ি' ফুৰোতে যি কণ অভিজ্ঞতা আৰু ব্যৱহাৰিক জ্ঞান অৰ্জন কৰিছোঁ তাকেই আপোনাসবৰ সমুখত লুকঢাক নকৰাকৈ 'মনৰ-কিতাপ'ৰ পাত মেলি দিছোঁ—গ্ৰহণ আৰু বৰ্জ্জন আপোনালোকৰ হাতত।

এই মুহূৰ্ত্তত মোৰ ভাব হৈছে, মই যেন অসমীয়া 'সংস্কৃতিৰ উচ্চ ন্যায়ালয়ৰ' এজন সাক্ষী! আৰু আপোনালোক হ'ল আজিৰ এই বিচাৰৰ একো একোজন বিচাৰক! মোৰ জবানবন্দী শেষ হোৱাৰ পিচত আপোনালোকেই ৰায় দিব লাগিব। গতিকে ইমান পৰে মই, মই বুলি কেবাবাৰো এই 'মই'টোক ব্যৱহাৰ কিয় কৰিব লগা হ'ল বাৰু? কাৰণ অসমীয়া-সংস্কৃতিৰ ভাবমূৰ্ত্তি এটি আপোনা-সকলৰ আগত প্ৰকাশ কৰাৰ যতন কৰা হৈছে।

যোগ্যৱান আৰু সুদক্ষ চিত্ৰকৰে বং আৰু তুলিকাৰে যি কোনো চিত্ৰ অঙ্কিত কৰাৰ পূৰ্বতে চিত্ৰকৰৰ মানসপটত সেই অঙ্কিত চিত্ৰৰ ভাবমূৰ্ত্তি এটা প্ৰকট হৈ থিতাপি লয়, তাৰ পিচত শিল্পীৰ হাতৰ তুলিকা ৰংসহ কাগজ, 'কেনভাচ'ত প্ৰতিফলিত হয়। সুৰকাৰে সপ্তস্বৰৰ সমন্বয়ত সুৰৰ ইন্দ্ৰজাল সৃষ্টি কৰাৰ আগতেই হৃদয়-তন্ত্ৰীৰ সুপ্ত তাঁৰবোৰত কল্পনাৰ আঘাতত সঙ্গীতৰ ভাবমূৰ্ত্তি বিৰাজ কৰে। ঠিক তেনেদৰে সাহিত্য কলা তথা সৃষ্টিধৰ্মী সকলো কাৰ্য্যতে ভাবমূৰ্ত্তিৰ আৱিৰ্ভাব হোৱাটো একান্ত প্ৰয়োজনীয় কথা। **অন্তৰত সুস্পষ্ট ভাবমূৰ্ত্তি অবিহনে সকলো প্ৰকাৰৰ কলা-সংস্কৃতি 'আৱৰ্জনাৰ হিমাল।'-স্বৰূপ হয়!** বিশ্ববিদ্যালয় বিত্ত-বিদ্যালয়ত পৰিণত হয়। সাহিত্য-কলা সন্থাবোৰত শূণ্যতাৰ সৃষ্টি হয়। চিকিৎসাকেন্দ্ৰবোৰ, 'কচাইখানাত' পৰিণত হয়। গণতন্ত্ৰই হেজাৰ-বিজাৰ 'ৰাজনৈতিক কাপালিক' আৰু ধ্বংসৰ প্ৰতীক, 'কালাপাহাৰ'ৰ সৃষ্টি কৰে। ৰক্ষকে ভক্ষক হয়। সাধু আৰু চোৰৰ প্ৰভেদ নাথাকে। চৰকাৰ গুচি চাবখাৰ হয়। স্বাধীন দেশ পৰাধীন হয়। ঘৰ গুচি বাঁহতল হয়। সমগ্ৰ দেশ ৰসাতললৈ যায়।

আজিৰ এই যুগ সন্ধিক্ষণত, এপিনে ধ্বংস আনপিনে সৃষ্টিৰ সংযোগ স্থলীত থিয়দি থকাৰ পৰত আমি এবাৰ আমাৰ ভাবমূৰ্ত্তিক আমাৰ নিজস্ব জাতীয় ৰূপত সজাই-পৰাই নললে সি 'সংস্কৃতিৰ-কলালক্ষ্মী' নহৈ 'দুষ্কৃতিৰ-তাৰকা-ৰক্ষসীত'হে পৰিণত হয়। প্ৰসঙ্গক্ৰমে টি, এচ, ইলিয়টৰ এষাৰ মূল্যৱান কথা মনলৈ আহিল। এইজনা চিন্তানায়কে এনেদৰে কৈ গৈছে :

> আমাৰ ভৱিষ্যত গঢ়াৰ সমস্যাৰ প্ৰধানতম উপায় হ'ল অতীতৰ সম্পদৰ আধাৰসমূহক কেন্দ্ৰ কৰি আমাৰ পৰম্পৰাক সুব্যৱহৃত কৰিবই লাগিব ; ইয়াক অৱজ্ঞা কৰি নহয়।

ভাৰতীয় সংস্কৃতিৰ ভাবমূৰ্ত্তিৰ অন্যতম খনিকৰ মহাত্মা গান্ধীয়েও এই একেই বাণীকেই সাৰোগত কৰি ১৯২১ চনতেই কৈ গৈছে :



> মোৰ ঘৰৰ চাৰিওফালে প্ৰাচীৰ বান্ধি, খিড়িকীবোৰ টানকৈ জপাই দিয়া হওক, এইটো মই নিবিচাৰোঁ। মই বিচাৰোঁ, পৃথিবীৰ সকলো দেশৰ সংস্কৃতিৰ বা-বতাহ স্বচ্ছন্দতাৰে মোৰ ঘৰৰ মাজেৰে বৈ যাওক ; কিন্তু কোনো বতাহেই মোক ঘৰৰ পৰা উলিয়াই উৰুৱাই লৈ যোৱা কাৰ্য্য মই কেতিয়াও সহ্য নকৰো।

শ্ৰদ্ধেয় ৰাইজ! স্বাধীনোত্তৰ কালৰ এই সুদীৰ্ঘ কালছোৱাত সাহিত্যৰ নামত, সঙ্গীতৰ নামত, চিত্ৰ-কলাৰ নামত ভাৰতবৰ্ষৰ অন্য প্ৰান্তৰত আজি আমি কি দেখিবলৈ পাইছোঁ? এদল লোকে সস্তীয়া জনপ্ৰিয়তা আৰু এমুঠি স্বৰ্ণমুদ্ৰাৰ লোভত দেশৰ ভৱিষ্যত তথা উত্তৰ-পুৰুষসকলৰ অকল্যাণ কামনা কৰি গণতান্ত্ৰিক বাক-স্বাধীনতাৰ দোহাই দি স্বেচ্ছাচৰিতাৰ আশ্ৰয় লৈছে, তাৰ বিষাক্ত বা-বতাহে সাতামপুৰুষীয়া অসমীয়া সাহিত্য-সংস্কৃতিকো গ্ৰাস কৰিবলৈ ওলাইছে এইসকল অসমীয়াক প্ৰতিক্ৰিয়াশীল শিল্পী-সাহিত্যিকৰ ইচ্ছাকৃত অপ-ৰাধসমূহক পুলিয়ে পোঁখাই উভালিবৰ সময় হ'ল। ৰাজনৈতিক নেতাৰ ছত্ৰছাঁয়াত লহপহকৈ বাঢ়ি অহা অসাধু এইসকল সংস্কৃতি-দ্ৰোহীয়াক সাংবিধানিক 'ৰক্ষা-কৱচ'ৰ জৰিয়তে শাস্তি দান কৰাৰ সমুপস্থিত। যেনেকৈ কলিকতাৰ 'ফোৰ্ট উইলিয়ম'ত অনুষ্ঠিত হবলগীয়া 'চিত্ৰতাৰকা আৰু 'ক্ৰিকেট খেলুৱৈৰ' বিবাহোৎসৱ বাতিল কৰিব লগীয়া হৈছিল এজন সাধাৰণ নাগৰিকৰ আইন সম্বন্ধীয় আপত্তিত ; যেনেকৈ ছাত্ৰ-দলৰ আইনসঙ্গত আপত্তিৰ বলত প্ৰবীণ আৰু প্ৰগতিবাদী কবি-সাহিত্যিকক বিচাৰকে জেল আৰু জৰিমনাৰে পুৰস্কৃত (?) কৰিলে, তেনেদৰে আমাৰ ইয়াতো দায়িত্বশীল ছাত্ৰনেতা আৰু সুনাগৰিকে সাংবিধানিক উপায়েৰে প্ৰতিৰোধ কৰাৰ দৃষ্টান্ত স্থাপন কৰাৰ সময় আহি পাইছেনে নাই, এই কথা ৰাইজ আৰু প্ৰকৃত সংস্কৃতিৰ পূজাৰীসকলে বিচাৰ কৰি চাব বুলি অনুৰোধ জনালোঁ।

আমাৰ এই দেশ এতিয়াও ফৰাচী নাইবা মাৰ্কিনমূলক হৈ

উঠা নাই। প্ৰগতিৰ নামত মৰমৰ টোকাৰীখনক সম্পূৰ্ণ অৱহেলা কৰি গীটাৰ-যন্ত্ৰৰ সমাদৰ বাঢ়িলে, বিহুঢোল, খোল-তাল, বিহু-পেপা, গগণাৰ ঠাইত ড্ৰাম, চাইড্ড্ৰাম, ট্ৰাম্পেটে অসমৰ সঙ্গীতজগতক গ্ৰাস কৰিবলৈ ওলোৱা কাৰ্য্যক মই কেতিয়াও ব্যক্তিগতভাৱে সমৰ্থন কৰিব নোৱাৰোঁ। কাৰণ মোৰ মনত লোকগীত, লোকসংস্কৃতি জাতীয় জীৱনৰ দাপোণস্বৰূপ, য'ত প্ৰতিবিম্বিত হয় নিজ নিজ জাতীয় সত্তাৰ শুদ্ধ প্ৰতিচ্ছবি, সেয়েহে বিচাৰোঁ পুৰণি আৰু নতুনৰ মাজত সমন্বয়হে, সজ্ঘৰ্ষ নহয়। চিত্ৰ-পৰিচালকৰূপে সুযোগ পোৱাত চলচিত্ৰত কামৰূপী লোকগীত পোন প্ৰথমবাৰৰ কাৰণে অসমীয়া কথাছবিত সন্নিবিষ্ট কৰোঁ। এই বিষয়ে ৰূপকোঁৱৰ জ্যোতি-প্ৰসাদে প্ৰশংসামূলক মন্তব্য দি গৈছে তেখেতৰ প্ৰবন্ধত। ইদানীং কালৰ বোলছবি এখনিতো।

মিছা নৰতনু দেহা, মিছা ধন দিয়া প্ৰভু
পাতি থৈছা বেহা, প্ৰাণ গোপাল
এ প্ৰাণ গোপাল, পাতিলা মায়াৰে খেলা
অ' মোৰ দয়াল অ'
এক গুটি ঘৰ যিবা খাবৰ জীৱৰ আছে
সিও ঘৰ লৈয়া গৈল ধুমুহা বাতাসে।
ঘৰ গুটি বান্ধে মনাই ছুৱাৰখানি ছান্দা।
আপোনাৰ ঘৰ এৰি পৰক লাগি কান্দা॥ ইত্যাদি

এই লোকগীতটি শুনি ভাল নোপোৱা দৰ্শক বিৰল। গতিকে আজিৰ যুগৰ শিল্পীসকলে এই দিশত অধিক মনোযোগ দিয়াৰ পৰা শিল্পীৰো যশস্যা বাঢ়িব আৰু নিজা সংস্কৃতিৰো পৰম্পৰা ৰক্ষা পৰিব।

সহযাত্ৰীসকলক আৰু এটা দিশলৈ লৈ যাবলৈ ওলালোঁ। ...এইখন পুণ্যভূমিতেই আজিকোপতি ঈশ্বৰ-আল্লা একহৈ বিৰাজ কৰিছে। তেৰ সিন্দিনাখন গান্ধী শতবাৰ্ষিকী উপলক্ষে নিমন্ত্ৰিত অতিথি



বাদছাখাঁন সীমান্তগান্ধী অসমলৈ আহি শ্ৰীমন্ত শঙ্কৰ প্ৰভুৰ পৱিত্ৰ জন্মস্থান সমীপৰ নগাঁও চহৰৰ এখন জনসভাত অসমত হিন্দু-মুছল-মানৰ সম্প্ৰীতি দেখি অভিভূত হৈ অসমৰ বাইজক উচ্চকণ্ঠে প্ৰশংসা কৰি গৈছে; কিন্তু এই সাম্প্ৰদায়িক ঐক্যৰ উহ ক'ত? ইয়াৰ উহ চিৰগৌৰৱোজ্জ্বল দূৰ অতীত! দূৰ অতীতকালতেই এই ৰাজ্যৰ জনগণৰ হৃদয়ৰ পৰা প্ৰেম-প্ৰীতিভৰা চেনেহৰ মানস-সৰোবৰৰ বুকু ভেদি ওলাই আহিছে প্ৰাণগঙ্গাস্বৰূপ অমৃতধাৰা! সেই অমৃতধাৰাত অৱ-গাহন কৰি বীৰ লাচিতৰ সোঁহাতস্বৰূপ বাঘ হাজৰিকা সমন্বিতে অসমৰ জাতি, ধৰ্ম্ম, বৰ্ণ নিৰ্বিশেষে মাৰ বান্ধি থিয় দিছিল প্ৰবল প্ৰতাপী মোগল শক্তিৰ বিপক্ষে। সেইদিনা এই পৱিত্ৰ ভূমিক ঈশ্বৰ-আল্লা এক হৈ মহামতি আকবৰৰ কল্পনাৰ 'দীন-ইলাহী'ক প্ৰতিষ্ঠিত কৰি ৰণত বিজয়ীৰ সন্মান পাইছিল। হয়, এয়েই আমাৰ পৰম্পৰা, আমাৰ ঐতিহ্য, গৌৰৱময় আমাৰ সংস্কৃতি!

লুইত আজিও বয়; ডিখৌ আজিও বয়। কোনো এক পুণ্যক্ষণত পশ্চিমৰ পৰা অহা খোদাৰ বান্দা, আল্লাতাল্লাৰ ভকত আজান ফকিৰৰ কণ্ঠত সেইদিনা নিনাদিত হৈছিল অসমৰ মাটিত, অসমৰ আকাশত, অসমৰ বহাহত ৰূপলোৱা অদৃশ্যমান সুৰ লহৰী মিশ্ৰিত অসমীয়া কথামৃত-

খোদা খোদা বুলি বাতৰি নেপালো
খোদা কোন দুৱাৰে নামে। (ঐ আল্লা)
গজ মাণিকৰে আল্লাই পোহৰ দিলে
হৰণে পূৰণে জানে॥ (ঐ আল্লা)

একান্ত ভকতৰ কণ্ঠৰ পৰা মডিনা কে ৰাস্তা, বাতা কমলী-ৱালে,'-'কাৰালী গীত'ৰ সুৰ আৰু কথা অসমৰ চাৰিসীমাত উপনীত হোৱাৰ লগে লগে অন্তৰ্দ্ধান হ'ল। সৰগৰ ৰহঘৰা পোৱা মাত্ৰকে স্বকীয়া ৰূপলৈ প্ৰকাশিত হ'ল এইৰূপে—

কবলৈ ধৰিছে ভিখাৰী আজানে
আকলৰ আৰছত ধৰি। (ঐ আল্লা)

দিলৰ কোৱাণত চোৱা বিচাৰ কৰি
কলিমা নামতে ধৰি। (ঐ আল্লা)

হয়তোবা সেই একেই সময়ত কেনোবা মাজুলীৰ ভকতে টোকাৰী বাই ডিখৌৰ দুকূল কঁপাই গাইছিল—

পাৰকৰা ৰঘুনাথ সংসাৰ সাগৰহে।

অভিন্ন আত্মাৰ আকুল আকূতিত 'কাশী-কাবা' এক হৈ বিশ্ব-মানৱতাৰ জয়গীত গাইছিল। এয়েই আমাৰ সাংস্কৃতিক পৰম্পৰা। আৰু এয়েই আমাৰ ভাৰমূৰ্ত্তিৰ অন্যতম অঙ্গবিশেষ। সমন্বয়ৰ কালজয়ী সঙ্গীতৰ অভিনৱ মূৰ্ত্ত প্ৰকাশ। অসমৰ সংস্কৃতিৰ স্বকীয় দৰ্শনৰ মৰ্মবাণী উপলব্ধি কৰি আমাৰ এই পবিত্ৰভূমিৰ ভাষা, সাহিত্য, জ্ঞান-বিজ্ঞান, সঙ্গীত-কলা, ললিত কলা, অভিনয় কলা, নৃত্য কলা সমন্বিতে 'সংস্কৃতিৰ বৰগছ' জোপাত যিমানবোৰ ঠাল-ঠেঙুলী আছে সেইবোৰ স্বকীয়ৰূপত উদ্ভাসিত কৰি তোলাৰ পবিত্ৰ ব্ৰত আৰু প্ৰতিজ্ঞা পালনৰ এয়েই সুবৰ্ণ সুযোগ। যিসকলে সমতা, একতা আৰু প্ৰগতিৰ হকে জীৱনক একান্তভাৱে দেশমাতৃকাৰ পবিত্ৰ চৰণত উৎসৰ্গা কৰিব পাৰিছে, তেওঁলোকেই হ'ল আচল শিল্পী, কলাকাৰ আৰু সংস্কৃতি—পৰম্পৰাৰ উপযুক্ত ধ্বজা বহনকাৰী স্বনামধন্য ৰূপকাৰ! শ্ৰদ্ধেয় ৰাইজ! এই মুহূৰ্ত্তত কিয় জানো মোৰ এজন অসমীয়া ৰূপতন্ত্ৰৰ যাত্ৰীৰ কথা সঘনাই মনত পৰিছে! যিজনে ইতিমধ্যে জীৱন-নাট সামৰি অমৰধামলৈ গতি কৰিছে সেইজন কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ মনৰ কথা—

আজি যাৰ অন্তৰত জেতুকা পাতৰ দৰে ৰঙা বোল সোমাই আছে, যাৰ হৃদয়ৰ আভ্যন্তৰত ধুঁতুৰাৰ কলীয়া ৰেণু লুকাই আছে, যাৰ হিয়াৰ আগঠু সদায় নিষ্পেষিত, নিপীড়িত, নিৰ্য্যাতিত অত্যাচাৰিত হৈ চিৰকাল পুৰি ছাই হৈ গৈছে, সেই কৃষক-বনুৱা অসমীয়া অত্যাচাৰিত দলৰ, গল্প-উপন্যাস, নাটক, ছবি, মূৰ্ত্তি, বোলছবি, ৰেখা-কাঁহী, প্ৰকাশ কৰিবৰ



অৰ্থ নাই, সামৰ্থ্য নাই, সময় নাই।

তেতিয়াহে প্ৰকৃত শিল্পৰ উৎকৰ্ষ সাধন হব, যেতিয়া এই অত্যাচাৰিত দলৰ প্ৰকৃতস্বৰূপ উদ্‌ঘাটিত হব, অৱনত দুৰৱস্থা উন্নীত হব আৰু তেওঁলোক এই আহল-বহল পৃথিবীৰ বুকুত চিৰমুক্ত, চিৰস্বাধীন হৈ উমলি ফুৰিব পাৰিব। অসমৰ যি কৃষ্টি-সংস্কৃতি আছে তাক সংস্কৃত কৰিব লাগিব, যি নতুন আহিছে তাকে অসমীয়া ঠাঁচত ভালকৈ সজাই-পৰাই গঢ়িব লাগিব। তেতিয়াহে আমাৰ অসমীয়া কৃষ্টি-সংস্কৃতি আৰু সভ্যতাপূৰ্ণ বিকাশ পাব আৰু অসমীয়া জাতি বাচিব।

বিষ্ণুপ্ৰসাদ ৰাভাই এইখিনি কথা ১৯৪৫ চনতে পৰাধীন ভাৰতৰ এচুক সামান্য অসমীয়া-গাঁও 'কণিহা'ৰ বিহুতলীত কৈছিল। ইয়াৰ পিচত অসমীয়া-সংস্কৃতিৰ জীয়া প্ৰতীক, ৰবলুইতৰ বুকুৰেদি বহুতো পানী বৈ গ'ল। পৰাধীন ভাৰত স্বাধীন হ'ল। স্বাধীনতাৰ বয়স একুৰি তিনিবছৰ পাৰহৈ গ'ল। কুৰিতেই বুঢ়ী হোৱা মাকৰ পো-পোৱালিৰ দুখৰ অন্ত নপৰিল। কৌটি কৌটি টকা বিদেশৰ পৰা ধাৰ কৰি আনি তেলীৰ মূৰত তেল ঢলা হ'ল, সুবিধাবাদী, শোষণকাৰী আৰু ভণ্ড-দেশপ্ৰেমিকৰ ধনৰ টোপোলা শকত হ'ল, ত্যাগৰ ঠাই ভোগে আগুৰিলে। জুপুৰিঘৰৰ সলনি পকীঘৰ গঢ়ি উঠিল; কিন্তু কৃষি আৰু কৃষ্টিৰ সংসেৱকসকলৰ অৰ্থনৈতিক অৱস্থা পানীত হাঁহ নচৰা বিধৰ হৈ বত্তি থাকিল। লেনিনবাদ, গান্ধীবাদৰ ভুৱা আস্ফালন আৰু বক্তৃতাৰ ফুলজাৰিত সমাজবাদৰ আত্মা আলোকিত হব নোৱাৰে। দৰিদ্ৰ ভাৰতৰ সন্ন্যাসী-বান্ধৱ হৰিজন, অস্পৃশ্যৰ ভাতৃস্বৰূপ স্বামী বিবেকানন্দই এবাৰ কথা কৈ গৈছে-'চালাকীৰ দ্বাৰা কোনো মহৎ কাৰ্য্য সম্পাদন কৰিব নোৱাৰি।' এই চালাকী তথা শঠতা আৰু 'হঠকাৰিতাৰ অজগৰ'ৰ পেটত বহুতো মহৎকাৰ্য্য, কল্যাণমূলক আঁচনি ইতিমধ্যে উদৰস্থ হ'ল। স্বাধীনতা,

গণতন্ত্ৰ, প্ৰগতিৰ 'সংস্কৃতি-সীতা গোসাঁনী' আজি 'ৰাৱণৰূপী-ধনতন্ত্ৰবাদ ৰাক্ষস'ৰ হাতত নিৰ্য্যাতিতা, ধৰ্ষিতা, অপমানিতা ! হে ৰাইজ, হে শক্তিমন্ত দেশবাসী ! আগবাঢ়ি আহক, আমাৰ 'শুভবুদ্ধিৰ-শ্ৰীৰামচন্দ্ৰ' সাজি, সঙ্ঘশক্তিৰ সাংস্কৃতিক বাহিনী গঢ়ি, দুষ্কৃতিৰ আততায়ী-ৰাক্ষসক নিৰ্ম্মূল কৰি বন্দিনী সীতাসম ভাৰত-আত্মাৰ কলঙ্কমোচন কৰোহঁক।

আজিৰ এই পুণ্যক্ষণত অসমীয়া, ন-অসমীয়া এক আত্মাত পৰিণত হৈ চিৰচেনেহী ভাষা জননীৰ পুণ্য শ্লোক আওৱাই মানৱতাৰ জয়গীত গাওঁ আহক। মনত ৰাখিব-"**অসম মৰিলে ভাৰত মৰিব। ভাৰত মৰিলে-জগত মৰিব।**" অসমী আইৰ সুসেৱক, সাহিত্য-ৰথী লক্ষ্মীনাথৰ মহামন্ত্ৰেৰে 'ৰাইজৰ ৰৰনামঘৰত' বহি জ্ঞানৰ সহস্ৰবন্তি জলাই আমি নাম গাওঁহঁক :

'হে জগতবাসী ! হে ভাৰতবাসী ! হে অসমবাসী ! শঙ্কৰদেৱে দিয়া উপদেশ মতে, হে খ্ৰীষ্টান ! খ্ৰীষ্টই দিয়া উপদেশ মতে, মুছলমান ! মহম্মদে দিয়া উপদেশ মতে, এক ঈশ্বৰত শৰণ লৈ ৰাম, কৃষ্ণ, হৰি বোলোঁ, গড্ বোলোঁ, "ফাদাৰ" বোলোঁ, অৰ্থাৎ পিতা বোলোঁ আৰু মহম্মদে দিয়া মতে "আল্লাহু আকবৰ" বোলোঁ, নিশ্চয় মুক্তি পাবা, ভক্তি পাবা, শান্তি পাবা !'

পূৰ্বপুৰুষ ধৰ্ম-সংস্কৃতিৰ নৰমূল্যাঙ্কণে বৰ্ত্তমান আৰু ভৱিষ্যতৰ পুৰুষসকলক পৰম্পৰা ৰক্ষাৰ পথত অক্ষয় কবচ হৈ বাট দেখুৱাব। বিশ্বৰ অন্যতম শান্তিকামী মানৱ, আচাৰ্য্য বিনোৱা ভাৱেৰ মনত বিশ্ব-সাহিত্যৰ সৰ্বশ্ৰেষ্ঠ বাণীৰে, আহক আমাৰ সাংস্কৃতিক-জীৱনৰ ৰুদ্ধ দুৱাৰ মুকলি কৰোঁ-

অধমে কেৱলে দোষ লৱয় মধ্যমে গুণ
দোষ, লৱে কৰিয়া বিচাৰ।
উত্তম কেৱল গুণ লৱয় উত্তমোত্তমে
অল্প গুণ কৰয় বিস্তাৰ ॥ (নামঘোষা- ১৩১)



এয়েই আমাৰ সাংস্কৃতিক দৰ্শন আৰু মাতৃ-ভাষাৰ লালিত্য-পূৰ্ণ ব্যাখ্যা। সোণৰূপৰ গছ গজা, মাটিৰ গৰ্ভত লুকাই থকা অসংখ্যাত মূল্যৱান সম্পত্তিৰ অধিকাৰিণী অসমী আইৰ বুকুত সকলো আছে, প্ৰয়োজন মাথো কৰ্মশক্তি আৰু সঙ্ঘশক্তিৰ। এই দুই প্ৰচণ্ড শক্তিৰ বলত সকলো বিধৰ অসুখ, অসূয়া আঁতৰ কৰি দেশৰ দৰিদ্ৰ-নাৰায়ণক সৰ্বতোপ্ৰকাৰৰ পৰা শোষণমুক্ত কৰি সংস্কৃতিৰ হৃত ৰাজপাট পুনৰোদ্ধাৰ কৰি আজি হওক, কালিলৈ হওক, আমি জগত-সভাত কাললৈ খিয়াতি যে ৰাখিম, সি ধ্ৰুৱ।

সমশেহত, আপোনাসৱলৈ বুলি আমাৰ শ্ৰদ্ধা, শুভেচ্ছা আৰু চেনেহৰ 'বৰ-শৰাই'খনি আগত লৈ, দন্তে তৃণ তুলি ধৰি, প্ৰণাম জনালোঁ ৰূপকোঁৱৰৰ আশীৰ্ব্বাদ ভিক্ষা কৰি :

ময়ে অসমৰ
ময়ে ভাৰতৰ
ময়ে ডেকা ল'ৰা
অগ্নিময় ॥
ময়ে ভাৰতৰ নবীন সূৰ্য
পূৰ্বাচলত বজাওঁ তূৰ্য
মোৰ পোহৰৰ গানে
আকাশে আকাশে, দেশে মহাদেশে
মুগ্ধ কৰিব আলোক যাত্ৰী
শেষ হব, শেষ নোহোৱা ৰাত্ৰি
কৰিম জগত জয়,
নবীন সূৰ্য মই ॥

'জয় হিন্দ।'

শ্ৰীকমলনাৰায়ণ চৌধুৰী

# প্ৰধান সম্পাদকৰ প্ৰতিবেদন

সভাপতি মহোদয়, প্ৰতিনিধিসকল আৰু সেৰাৰথলী ৰাইজ !

ৰঙালী বিহুৰ উলাহ আনন্দ নৌ অন্ত পৰোতেই আমি এনে এখন ঠাইত সমবেত হৈছোঁ যি ঠাইৰ নামটোৰ অৰ্থ হৈছে মিলন থলী। এনে মিলন কেন্দ্ৰত থিয় হৈ আপোনালোকক নতুন বছৰৰ সম্ভাষণ জনাবলৈ পাই নিজকে ধন্য মানিছোঁ।

যোৱা বছৰ ধিঙত বহা সপ্তত্ৰিংশ অধিবেশনত প্ৰধান সম্পাদকৰ গধুৰ দায়িত্ব আমাৰ ওপৰত ন্যস্ত কৰে। এবছৰৰ অধিক কাল এই দায়িত্বত থাকি আমি কি কৰিব পাৰিলোঁ আৰু কি কৰিব নোৱাৰিলোঁ তাৰ এটা চমু খতিয়ান আপোনালোকক দিবৰ কাৰণে প্ৰয়াস কৰিলোঁ; কিন্তু প্ৰথমতে এটা কথা কৈ থব লাগিব যে অসম সাহিত্য সভাৰ আৰ্থিক সঙ্কটৰ বাবে আমি যিদৰে কৰ্ত্তব্য সম্পাদন কৰিব লাগিছিল সেইদৰে কৰিব পৰা নাই। ইয়াৰ বাবে পোনতেই আপোনালোকৰ ক্ষমা ভিক্ষা কৰিছোঁ।

## সপ্তত্ৰিংশ সন্মিলনৰ প্ৰস্তাৱসমূহ :

(১) গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ প্ৰাক্-বিশ্ববিদ্যালয় শ্ৰেণীৰ পাঠ্যপুথি প্ৰণয়ণ কৰোতে অসমীয়া ভাষাত জ্ঞান থকা বিশেষজ্ঞক দায়িত্ব দিবলৈ আৰু উক্ত বিশ্ববিদ্যালয়ৰ স্বীকৃতি-প্ৰাপ্ত কলেজসমূহত নিয়োগ কৰা অসমীয়া ভাষাত অনভিজ্ঞ শিক্ষকসকলক অসমীয়া ভাষা প্ৰশিক্ষণৰ ব্যৱস্থা কৰিবলৈ সংশ্লিষ্ট কৰ্ত্তৃপক্ষক অনুৰোধ কৰা হয়। সন্তোষৰ কথা যে ডিব্ৰুগড় বিশ্ববিদ্যালয়ে ইতিমধ্যে অসমীয়া শিক্ষণৰ পাঠ্যক্ৰম যুগুত কৰি কিছুদূৰ অগ্ৰসৰ হৈছে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা আমি কোনো পোন-পটীয়া উত্তৰ পোৱা নগলেও কাম নিয়মমতে চলি আছে।



অনা অসমীয়া বিদ্যালয়সমূহত অসমীয়া ভাষা শিক্ষণৰ ব্যৱস্থা কৰিবলৈ চৰকাৰক অনুৰোধ কৰা হয় আৰু চৰকাৰে আমাক জনায় যে বিভিন্ন জিলাত বৰ্ত্তমান ৩২ জন শিক্ষক আছে আৰু অতিৰিক্ত ৬২ জন শিক্ষক আৱশ্যক হব আৰু সেই বিষয়ে শিক্ষা সঞ্চালকে আঁচনি কৰিছে। কাৰ্য্যনিৰ্ব্বাহক সমিতিয়েও প্ৰস্তাৱিত মাধ্যমিক শিক্ষাৰ পাঠ্যক্ৰমত অনা-অসমীয়া বিদ্যালয়সমূহত অসমীয়া ভাষা বাধ্যতামূলকভাৱে শিক্ষণীয় বিষয় কৰিবলৈ চৰকাৰক অনুৰোধ কৰিছে।

(২) পদ্মনাথ গোহাঞিবৰুৱাৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে ১৯৭১ চনৰ ২৪ নবেম্বৰত এটি সোঁৱৰণী ডাকটিকট উলিয়াবৰ কাৰণে কেন্দ্ৰীয় যোগাযোগ মন্ত্ৰী আৰু ভাৰতীয় ডাক-তাঁৰ বিভাগক অনুৰোধ কৰা হৈছিল আৰু অসম চৰকাৰেও কেন্দ্ৰীয় চৰকাৰক সাহিত্য সভাৰ প্ৰস্তাৱটো সহানুভূতিৰে বিবেচনা কৰিবৰ কাৰণে অনুৰোধ কৰিছিল; কিন্তু ডাক-তাঁৰ বিভাগৰ 'ফাইলেটেলিক এডভাইচাৰি কমিটীয়ে' সাহিত্য সভাৰ প্ৰস্তাৱটো অনুমোদন নকৰাৰ কাৰণে ডাক-তাঁৰ বিভাগে গোহাঞিবৰুৱাৰ সোঁৱৰণী ডাকটিকট উলিয়াব নোৱাৰে বুলি সভাক জনায়। আমি অসমৰ লোক সভা আৰু ৰাজ্য সভাৰ সদস্যসকলক এই বিষয়ে যোগাযোগ কৰিবৰ কাৰণে অনুৰোধ কৰোঁ। আমাৰ অনুৰোধক্ৰমে কেন্দ্ৰীয় খাদ্য আৰু যোগান মন্ত্ৰী শ্ৰীফকৰুদ্দিন আলি আহমদে তেতিয়াৰ কেন্দ্ৰীয় যোগাযোগ মন্ত্ৰীক গোহাঞিবৰুৱাৰ বিশেষ ডাকটিকট উলিওৱা বিষয়টো সহানুভূতিৰে পুনৰ বিবেচনা কৰিবৰ কাৰণে অনুৰোধ কৰে; কিন্তু সেই চেষ্টাও ব্যৰ্থ হ'ল। প্ৰধান মন্ত্ৰীলৈ পঠোৱা আবেদনৰো কোনো সুফল নফলিল। কাৰ্য্যনিৰ্ব্বাহক সমিতিয়ে এই কথাত গভীৰ দুখ প্ৰকাশ কৰে আৰু কেন্দ্ৰীয় চৰকাৰক পুনৰ কথাটো বিবেচনা কৰিবৰ কাৰণে দাবী জনায়।

গোহাঞিবৰুৱাৰ জন্ম-শতবাৰ্ষিকী উৎসৱৰ পুঁজি সংগ্ৰহৰ বাবে

ত্ৰিশ হেজাৰ টকীয়া কুপন ছপা কৰি প্ৰথম পৰ্য্যায়ত তাৰে কিছু শাখা সভাসমূহলৈ বিক্ৰীৰ কাৰণে পঠোৱা হৈছে। প্ৰকাশ থাকে যে উক্ত পুঁজি সংগ্ৰহৰ এক চতুৰ্থাংশ শাখা সভাই ৰাখি বাকী-খিনি কেন্দ্ৰীয় কাৰ্য্যালয়লৈ পঠাব। সম্প্ৰতি কাৰ্য্যনিৰ্ব্বাহক সমিতিয়ে পুঁজি সংগ্ৰহৰ শতকৰা ৪০ ভাগ দিবলৈ সিদ্ধান্ত কৰিছে। গোহাঞি-বৰুৱাৰ শতবাৰ্ষিকী উপলক্ষে সত্তৰ হেজাৰ টকাৰ এখন আঁচনি অসম চৰকাৰলৈ পঠোৱা হৈছিল। যোৱা ১।২।৭২ তাৰিখে সভাৰ উপ-সভাপতি আৰু প্ৰধান সম্পাদকে এই বিষয়ে মুখ্যমন্ত্ৰীক শ্বিলঙত লগ ধৰে। মুখ্যমন্ত্ৰীয়ে আমাক আশ্বাস দিয়া সত্বেও যোৱা বিত্তীয় বছৰত শতবাৰ্ষিকী শিতানত কোনো অনুদান পোৱা নহল। চলিত বছৰত আমি চৰকাৰলৈ পুনৰ সভাৰ আঁচনি প্ৰেৰণ কৰিছোঁ।

আমাৰ অনুৰোধক্ৰমে তেজপুৰ পৌৰসভাই গোহাঞিবৰুৱাৰ এটা আৱক্ষ মূৰ্ত্তি নিৰ্ম্মাণ কৰিবলৈ সিদ্ধান্ত লৈছে আৰু এই মূৰ্ত্তি তেজপুৰ সাহিত্য সভা ভৱনৰ প্ৰাঙ্গণত স্থাপন কৰিব বুলি জনা গৈছে।

শতবাৰ্ষিকী উপলক্ষে তলত দিয়া দৰে পুথি যুগুত কৰা হৈছে:—

(ক) গোহাঞিবৰুৱা প্ৰতিভা (আলোচনামূলক গ্ৰন্থ)
সম্পাদনা, ডঃ হৰিচন্দ্ৰ ভট্টাচাৰ্য্য

(খ) গোহাঞিবৰুৱাৰ জীৱনী
শ্ৰীহৰি প্ৰসাদ নেওগ

(গ) গোহাঞিবৰুৱাৰ ধেমেলীয়া নাট্যাৱলী
সম্পাদনা, শ্ৰীহেমন্ত কুমাৰ শৰ্ম্মা

(৩) আকাশবাণীৰ গুৱাহাটী আৰু ডিব্ৰুগড় কেন্দ্ৰৰ জৰিয়তে অনাঅসমীয়া লোকসকলক অসমীয়া শিক্ষণৰ ব্যৱস্থা কৰিবলৈ সংশ্লিষ্ট কৰ্ত্তৃপক্ষক অনুৰোধ কৰা হৈছিল। সভাৰ প্ৰস্তাৱক্ৰমে গুৱাহাটী কেন্দ্ৰই যোৱা ১৫ ফেব্ৰুৱাৰীৰ পৰা ইংৰাজীৰ মাধ্যমত



পৰীক্ষামূলকভাৱে তিনিমাহৰ বাবে অসমীয়া শিক্ষণৰ এটি পাঠ্যক্ৰম সপ্তাহত চাৰিদিনকৈ আৰম্ভ কৰিছে।

এইখিনিতে উল্লেখ কৰিব পাৰি যে আমাৰ অনুৰোধক্ৰমে আকাশবাণী গুৱাহাটী আৰু ডিব্ৰুগড় কেন্দ্ৰই যোৱা ১২।৭।৭০ তাৰিখৰ পৰা 'আকাচবাণী'ৰ পৰিবৰ্ত্তে থলুৱা উচ্চাৰণ 'আকাশবাণী' গ্ৰহণ কৰিছে।

(৪) অসম চৰকাৰী ভাষা আইনখন সকলো পৰ্য্যায়তে পূৰ্ণাঙ্গ প্ৰয়োগৰ দাবী কৰা হৈছে। সভাৰ দাবী প্ৰসঙ্গত তেতিয়াৰ মুখ্যমন্ত্ৰী স্বৰ্গীয় বিমলা প্ৰসাদ চলিহাই ২।৫।৭২ তাৰিখে এটা টোকা যুগুত কৰি বিশেষ কৰ্ম্মচাৰীৰ যোগেদি আমালৈ ৩ মে' তাৰিখে প্ৰেৰণ কৰে। এই টোকাত চলিহাই কয়, "মুখ্যসচিবে বিভিন্ন বিভাগৰ মুখীয়াল বিষয়াসকলৰ আৰু বিভিন্ন জিলাৰ উপায়ুক্ত-সকলক ৰাজ্য চৰকাৰৰ নীতি কাৰ্য্যকৰী কৰাত অগ্ৰাধিকাৰ দিবলৈ সঁকিয়াই দিছে। ইয়াৰ লগতে গাঁথি দিয়া টোকাৰ পৰাই বৰ্ত্তমানলৈকে ৰাজ্য চৰকাৰে গ্ৰহণ কৰা ব্যৱস্থাসমূহ আৰু ভৱিষ্যতে গ্ৰহণ কৰিব খোজা ব্যৱস্থা সম্বন্ধে সম্যক ধাৰণা হব।

মই আপোনাক আৰু আপোনাৰ যোগেদি অসম সাহিত্য সভাক জনাব খোজো যে ৰাজ্যভাষা আইনৰ প্ৰয়োগ চৰকাৰৰ নীতি অনুযায়ী কাৰ্য্যকৰী কৰিবলৈ যত্নৰ ত্ৰুটী নহব।"

মুখ্যমন্ত্ৰী চলিহাৰ অসুখৰ লগে লগে পূৰ্ব্বৰ অৱস্থাই বাহাল থাকিল।

পৰবৰ্ত্তী মুখ্যমন্ত্ৰী শ্ৰীমহেন্দ্ৰ মোহন চৌধুৰীক চৰকাৰী ভাষা আইন প্ৰয়োগ সম্পৰ্কে চৰম পত্ৰ দিয়া হয়। অসম চৰকাৰে ১৯৭০ চনৰ ৪ ডিচেম্বৰৰ পৰা সচিবালয় পৰ্য্যায়ত অসমীয়া ভাষা প্ৰয়োগ হব বুলি বিশেষ ঘোষণা জাৰী কৰে আৰু এই ঘোষণা ১০।২।৭১ তাৰিখৰ অসম ৰাজপত্ৰত প্ৰকাশিত হৈছে।

অসমৰ বিভিন্ন অনুষ্ঠান আৰু প্ৰতিষ্ঠানৰ নাম-ফলিসমূহ

অসমীয়াত লিখিবৰ কাৰণে জনোৱা গোহাৰিৰ প্ৰতি ৰাইজে স্বতস্ফূৰ্ত্ত-ভাৱে সঁহাৰি দিয়ে। ডিব্ৰুগড়, শিৱসাগৰ, নলবাৰী, নগাঁও, তেজপুৰ, যোৰহাট, ধুবুৰী, বিলাসীপাৰা, গুৱাহাটী, কোকৰাঝাৰ আদি ঠাইৰ শাখাসভাসমূহেও উক্ত বিষয়ত তৎপৰ হয়।

এই কথা স্বীকাৰ কৰিব লাগিব যে চৰকাৰে আদেশ জাৰী কৰিলেও অসমীয়া ভাষা প্ৰয়োগ যিমান দূৰ হব লাগিছিল সিমানদূৰ হোৱা নাই। চৰকাৰী আৰু বেচৰকাৰী কাৰ্য্যালয় আৰু অনুষ্ঠানৰ বিষয়াসকলে যদি আন্তৰিকতাৰে দিনেকীয়া কাৰ্য্যত অসমীয়া ব্যৱহাৰ কৰে আৰু ৰাইজেও যদি সকলো ক্ষেত্ৰত অসমীয়া প্ৰয়োগ কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ হয় তেতিয়াহে চৰকাৰী ভাষা আইনৰ সাৰ্থক প্ৰয়োগ হ'ব।

## কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ অধিবেশন

আমাৰ কাৰ্য্যকালৰ ভিতৰত কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ ৪ খন অধিবেশন বহে। প্ৰথমখন মে' মাহৰ ১০ আৰু ১১ তাৰিখে যোৰহাটত, দ্বিতীয়খন ৩১৷৮৷৭০ তাৰিখে ডিব্ৰুগড়ত, তৃতীয়খন ২৮৷১১৷৭০ তাৰিখে গুৱাহাটীত, চতুৰ্থখন ২২৷৪৷৭১ তাৰিখে মাকুমত।

কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ প্ৰথম অধিবেশনত অসম সাহিত্য সভাৰ বিত্তীয় সংকটৰ কথা পুঙ্খানুপুঙ্খৰূপে আলোচনা আৰু এই বিষয়ে সমিতিৰ সিদ্ধান্তৰ পিচত উলেখ কৰা হ'ব।

কলিয়াবৰৰ শ্ৰীযোগেশ্বৰ বৰাৰ ২৩৷৩৷৭০ তাৰিখৰ 'কাল নিৰ্ণয়' বিষয়ক চিঠিখন সভাত পঠিত হয় আৰু কাৰ্য্যনিৰ্ব্বাহক সমিতিয়ে শ্ৰীবৰাৰ মৌলিক চিন্তাধাৰা ফঁহিয়াই চাবৰ কাৰণে শ্ৰীহেমন্ত কুমাৰ শৰ্ম্মাক আহ্বায়কস্বৰূপে লৈ এখন উপ-সমিতি গঠন কৰি দিয়ে। উপ-সমিতিয়ে সকলো কথা বিশদ আলোচনা কৰি শ্ৰীবৰাৰ মৌলিক চিন্তাৰ সলাগ লয়; কিন্তু মন্তব্য কৰে যে বৰ্ত্তমান অৱস্থাত শ্ৰীবৰাৰ যুক্তিখিনি মানি ললে অধিক খেলি-মেলিৰ সৃষ্টি হব পাৰে।



অসমত স্থাপিত কেন্দ্ৰীয় স্কুলসমূহত (চেণ্ট্ৰেল স্কুল) আঞ্চলিক ভাষা অসমীয়া বাধ্যতামূলকভাৱে শিক্ষণৰ ব্যৱস্থা কৰিবৰ বাবে কেন্দ্ৰীয় চৰকাৰক অনুৰোধ কৰা হয় আৰু ভাৰত চৰকাৰৰ শিক্ষামন্ত্ৰী শ্ৰীভক্তদৰ্শনে ২৩৷১২৷৭০ তাৰিখে আমাক জনায় যে কেন্দ্ৰীয় স্কুলসমূহত আঞ্চলিকভাৱে শিকাবৰ কাৰণে কেন্দ্ৰীয় বিদ্যালয় সংগঠনে সিদ্ধান্ত কৰিছে।

নেফাত শিক্ষাৰ মাধ্যম অসমীয়াৰ পৰিবৰ্ত্তে ইংৰাজী প্ৰবৰ্ত্তন কৰিবলৈ নেফা প্ৰশাসনে যি সিদ্ধান্ত লৈছে সেই সম্পৰ্কে অসম আৰু নেফাবাসীৰ মাজত আবেগিক আৰু আনুভূতিক ঐক্য বজাই ৰখাত অসমীয়া ভাষাৰ গুৰুত্বৰ কথা এজেন্সী কাউন্সিলৰ সভ্য-সকলক জনোৱা হৈছিল; কিন্তু সেই বিষয়ে সন্তোষজনক উত্তৰ পোৱা নগল।

উত্তৰ-পূব সীমান্ত ৰেলৰ লামডিং আৰু মালিগাওঁৰ অসমীয়া কৰ্ম্মচাৰীসকলৰ লৰা-ছোৱালীৰ অসমীয়া মাধ্যমত পঢ়াৰ ব্যৱস্থা কৰিবলৈ ৰেল কৰ্ত্তৃপক্ষক অনুৰোধ কৰা হয় আৰু লগতে লামডিঙৰ অসমীয়া মাধ্যমৰ স্কুলখন ৰেল প্ৰশাসনক লবলৈ অনুৰোধ কৰা হয়। সম্প্ৰতি জানিব পৰা গৈছে যে লামডিঙৰ চৰকাৰী সাহায্য-প্ৰাপ্ত অসমীয়া হাইস্কুলখন ৰেল প্ৰশাসনৰ অধীনলৈ নিয়া সম্পৰ্কে আলোচনা চলি আছে।

অসমৰ প্ৰাচীন কীৰ্ত্তিচিহ্নসমূহ যথাযথভাৱে সংৰক্ষণ নোহোৱা বাবে সভাই গভীৰ উদ্বেগ প্ৰকাশ কৰে আৰু এই কীৰ্ত্তিচিহ্নসমূহ উপযুক্তভাৱে সংৰক্ষণৰ ব্যৱস্থা কৰিবলৈ ৰাজ্য চৰকাৰক অনুৰোধ কৰা হয়। এই বিষয়ে চৰকাৰে ব্যৱস্থা লৈছে বুলি বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ পৰা জনা গৈছে। অসম সাহিত্য সভাই ৰাজ্য সমন্বয় সমিতিত (ষ্টেট কো-অৰডিনেচন কমিটী) প্ৰতিনিধিত্ব দাবী কৰিছিল আৰু সম্প্ৰতি চৰকাৰে এই দাবী মানি লৈছে আৰু প্ৰধান সম্পাদকে উক্ত সভাত প্ৰতিনিধিত্ব কৰিছে।

## হৰিহৰ চৌধুৰী আৰু বনমালী শইকীয়া বঁটা

হৰিহৰ চৌধুৰী আৰু শ্ৰীবনমালী শইকীয়াৰ দানৰ উদ্দেশ্য আছিল মূলধনৰ বাঢ়িৰ পৰা প্ৰবেশিকা পৰীক্ষাত প্ৰথম হোৱা ক্ৰমে নেফাৰ আৰু চাহবাগিচাৰ শ্ৰমিকৰ ছাত্ৰক বছৰি উক্ত বঁটা দিয়া ; কিন্তু মাধ্যমিক শিক্ষা পৰিষদে এই বিষয়ে আৱশ্যকীয় তথ্য-পাতি যোগান ধৰিব নোৱাৰাৰ বাবে কাৰ্য্যনিৰ্ব্বাহক সমিতিত ( তৃতীয় অধিবেশন ২৮।১১।৭০ ) উক্ত পুঁজিৰ পৰা ক্ৰমে নেফা আৰু চাহবাগিচাৰ শ্ৰমিকৰ ছাত্ৰ-ছাত্ৰীৰ মাজত ৰচনা প্ৰতিযোগিতা পাতিবলৈ স্থিৰ কৰা হয়।

হৰিহৰ চৌধুৰী পুঁজিৰ ফালৰ পৰা ১৯৭০ চনৰ বাবে আয়োজিত নেফাৰ ছাত্ৰ-ছাত্ৰীৰ মাজত ৰচনা প্ৰতিযোগিতাত ( বিষয় আমাৰ থলুৱা সমাজ ) বমডিলা চৰকাৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ একাদশ শ্ৰেণীৰ ছাত্ৰ শ্ৰীয়েছে দৰজি ঠংচিয়ে প্ৰথম স্থান লাভ কৰিছে।

বনমালী শইকীয়া পুঁজিৰ পৰা আয়োজিত চাহশ্ৰমিক ছাত্ৰ-ছাত্ৰীৰ ৰচনা প্ৰতিযোগিতাত ( বিষয় :– অসমৰ চাহ শ্ৰমিক ) যোৰহাট গড়মুৰ হাইস্কুলৰ দশম মান শ্ৰেণীৰ ছাত্ৰী শ্ৰীমতী ৰেখা বালা তাছাৰ ৰচনা প্ৰথম বুলি বিবেচিত হৈছে।

## গোপাল চন্দ্ৰ গোস্বামী বঁটা

গোপাল চন্দ্ৰ গোস্বামী পুঁজিৰ ফালৰ পৰা 'জোনৰ দেশত মানুহ' এই বিষয়ৰ শিশু উপযোগী পাণ্ডুলিপি আহ্বান কৰা হয় আৰু আঠজন প্ৰতিযোগীৰ পৰা পাণ্ডুলিপি পোৱা হয়। কলিয়াবৰৰ শ্ৰীমতী স্বৰ্ণ গোস্বামীয়ে প্ৰথম স্থান লাভ কৰিছে।



## প্ৰেমধৰ দত্ত সোঁৱৰণী বঁটা

ৰাষ্ট্ৰীয় পুৰস্কাৰপ্ৰাপ্ত প্ৰাথমিক শিক্ষক শ্ৰীকমলেশ্বৰ দত্তই তেওঁৰ ভ্ৰাতৃ শিশুসাহিত্যিক ৺প্ৰেমধৰ দত্তৰ সোঁৱৰণীত শিশু সাহিত্যৰ শ্ৰেষ্ঠ পুথিৰ বাবে মূল পুঁজিৰ বাঢ়িৰ পৰা বছৰি এটা পুৰস্কাৰ দিবৰ কাৰণে অসম সাহিত্য সভাক দুহেজাৰ টকাৰ এটা দান দিছে। এই টকা আছুতীয়া পুঁজিত জমা ৰখা হৈছে। ১৯৭০ চনত প্ৰথম পুৰস্কাৰ দিবৰ কাৰণে শ্ৰীদত্তই সভাক দুশটকা দান দিছে। ডঃ কালীনাথ শৰ্ম্মাই 'কেকোৰা কাইৰ বিয়া' পুথি-খনৰ বাবে উক্ত বঁটা পাইছে।

## ডিগবৈ সাহিত্য সেৱা সমিতি বঁটা

১৯৬৭ চনৰ ১ জানুৱাৰীৰ পৰা ১৯৬৮ চনৰ ৩১ ডিচেম্বৰলৈকে ছপা বা হাতেলেখা পূৰ্ণাঙ্গ অসমীয়া নাটকৰ প্ৰতিযোগিতাৰ বাবে ১৪ খন নাটক পোৱা হৈছিল ; কিন্তু নাটক নিৰ্ব্বাচকমণ্ডলীয়ে এখন নাটকো উচ্চমানবিশিষ্ট হোৱা নাই বুলি মত প্ৰকাশ কৰাত ডিগবৈ সাহিত্য সেৱা সমিতি বঁটা এইবাৰ দিব পৰা নহল।

## মোহন চন্দ্ৰ শৰ্ম্মা বঁটা

তিনিচুকীয়াৰ আজীৱন সভ্য শ্ৰীমোহন চন্দ্ৰ শৰ্ম্মাই অসমীয়া প্ৰবন্ধ বা চিন্তামূলক পুথিৰ বাবে দুবছৰৰ মূৰে মূৰে মূল পুঁজিৰ বাঢ়িৰ পৰা এটা প্ৰতিযোগিতা পাতিবৰ কাৰণে অসম সাহিত্য সভাক দুহেজাৰ পাঁচশ টকা দান দিছে! এই ধন স্থায়ীভাৱে জমা ৰখা হৈছে।

গুৱাহাটীৰ উগ্ৰতৰা সমবায়ৰ ফালৰ পৰা তিনিহেজাৰ টকাৰ এটি স্মাৰকনিধি দান দিবলৈ ইচ্ছা কৰি সম্প্ৰতি আঢ়ৈহেজাৰ টকা দিছে।

## মফিজুদ্দিন আহমদ হাজৰিকা জন্ম শতবাৰ্ষিকী

যোৱা বছৰ ৩০ আগষ্ট তাৰিখে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি মফিজুদ্দিন আহমদ হাজৰিকাৰ জন্ম শতবাৰ্ষিকী সদৌ অসমতে উলহ-মালহেৰে উদ্‌যাপিত হয়। অসম সাহিত্য সভাই কেন্দ্ৰীয়ভাৱে এই উৎসৱ ডিব্ৰুগড়ত পালন কৰে। এই দিৱসত অসম সাহিত্য সভাই শ্ৰীআব্দুছ ছাত্তাৰৰ দ্বাৰা সম্পাদিত 'মফিজুদ্দিন আহমদ হাজৰিকা ৰচনাৱলী' নামৰ পুথি আৰু অসম সাহিত্য সভা পত্ৰিকাৰ এটি সোঁৱৰণী সংখ্যা প্ৰকাশ কৰে। অসমৰ সংবাদপত্ৰসমূহেও এই উদ্দেশ্যে বিশেষ সংখ্যা উলিয়ায়। আকাশবাণীয়েও সহযোগ কৰে। অসম সাহিত্য সভাৰ শাখা সভাসমূহেও জন্ম শতবাৰ্ষিকী উৎসৱ বিশেষ কাৰ্য্য-সূচীৰে পালন কৰে।

## ভাষাজ্ঞান পৰীক্ষা

অসম সাহিত্য সভাৰ অসমীয়া ভাষাজ্ঞান পৰীক্ষা সংসদে ১৯৭০ চনৰ ২৬ আৰু ২৭ ডিচেম্বৰ তাৰিখে প্ৰাথমিক আৰু মাধ্যমিক স্তৰৰ পৰীক্ষা গ্ৰহণ কৰে। হাইলাকান্দি, গুৱাহাটী, তিনিচুকীয়া, বৰডুবি, উত্তৰলক্ষীমপুৰ, তেজপুৰ, নগাঁও, শিলচৰ, বকতা মুঠ ৯টা কেন্দ্ৰত প্ৰাথমিক স্তৰৰ পৰীক্ষাৰ্থী আছিল ৭৪ জন আৰু মাধ্যমিক স্তৰৰ পৰীক্ষাৰ্থী আছিল ১১ জন। প্ৰাথমিক স্তৰৰ উত্তীৰ্ণ হয় ৬৫ জন, তাৰে প্ৰথম বিভাগত ৩ জন, দ্বিতীয় বিভাগত ১০ জন আৰু তৃতীয় বিভাগত ৫২ জন। মাধ্যমিক স্তৰত উত্তীৰ্ণ হয় ১০ জন। তাৰে ১জন দ্বিতীয় বিভাগত আৰু ৯ জন তৃতীয় বিভাগত। উল্লেখযোগ্য যে আগৰ বছৰবোৰতকৈ এইবাৰ পৰীক্ষাৰ্থীৰ সংখ্যা যথেষ্ট বৃদ্ধি পাইছে।

## সাহিত্য সভা দিৱস

অসম সাহিত্য সভাৰ আহ্বানক্ৰমে যোৱা বছৰ ডিচেম্বৰৰ ১৯ আৰু ২০ তাৰিখে দুদিনীয়া কাৰ্য্য-সূচীৰে শাখাসভাসমূহে সাহিত্য সভা দিৱস পালন কৰে। দিৱসৰ প্ৰথম দিনটো জোনাকী যুগৰ সাহিত্যিক দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ জন্ম শতবাৰ্ষিকীৰূপে পালন কৰা হয়। দান সংগ্ৰহ, পতাকা বিক্ৰী, সভ্য ভৰ্ত্তি আৰু আজীৱন সভ্য ভৰ্ত্তি অভিযান, সভাৰ প্ৰকাশন বিক্ৰী, পত্ৰিকাৰ গ্ৰাহক সংগ্ৰহ আদি সাহিত্য সভা দিৱসৰ কাৰ্য্য-সূচীৰ অন্তৰ্ভুৰ্ক্ত হয়।



## প্ৰকাশন

অসম সাহিত্য সভাৰ বিত্তীয় পৰিস্থিতি বৰ সন্তোষজনক নহলেও আমাৰ কাৰ্য্যকালৰ ভিতৰত কৰা প্ৰকাশনৰ কথা উল্লেখ নকৰিলে প্ৰতিবেদন আধৰুৱা হব।

মফিজুদ্দিন আহমদ হাজৰিকাৰ জন্ম শতবাৰ্ষিকী উপলক্ষে সভাই মফিজুদ্দিন আহমদ হাজৰিকা ৰচনাৱলী শীৰ্ষক পুথিখন প্ৰকাশ কৰাৰ কথা উল্লেখ কৰা হৈছে।

অসম সাহিত্য সভাৰ প্ৰাক্তন প্ৰধান সম্পাদক চৈয়দ আব্দুল মালিকৰ দ্বাৰা সম্পাদিত ষড়ত্ৰিংশ বৰপেটা বাৰ্ষিকী ইতিমধ্যে প্ৰকাশ হৈছে।

ধিং অভ্যৰ্থনা সমিতিৰ চাৰিহেজাৰ টকাৰ দানেৰে সপ্তত্ৰিংশ ধিং বাৰ্ষিকীখন সম্প্ৰতি প্ৰকাশ হৈছে।

সভাৰ বিত্তীয় সঙ্কটকালত অসম সাহিত্য সভা পত্ৰিকা নিয়মিতভাৱে প্ৰকাশ হোৱা কথাও বৈশিষ্ট্যপূৰ্ণ। পত্ৰিকা সম্পাদক শ্ৰীযতীন গোস্বামীয়ে বিজ্ঞাপন সংগ্ৰহ কৰি পত্ৰিকাৰ খৰচৰ বোজা পাতলাবৰ কাৰণে চেষ্টা কৰিছে। সপ্তবিংশ বছৰৰ দ্বিতীয় আৰু তৃতীয় সংখ্যা পত্ৰিকা আগতে ওলাইছে। সম্প্ৰতি অষ্টবিংশ বছৰৰ প্ৰথম সংখ্যা প্ৰকাশ হৈছে। আমাৰ পূৰ্ব্ববৰ্ত্তী সম্পাদকৰ কালত পত্ৰিকা নিয়মিতভাৱে নোলোৱাত আমাৰ কালছোৱাত পত্ৰিকা বিতৰণৰ ক্ষেত্ৰত কিছু খেলিমেলি নোহোৱা নহয়।

১৯৭২ চনৰ ৮ জানুৱাৰীত জোনাকী যুগৰ অন্যতম ত্ৰিমুৰ্ত্তিৰ

হেমচন্দ্ৰ গোস্বামীৰ জন্ম শতবাৰ্ষিকী উপলক্ষে অসম সাহিত্য সভাই সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীবেণুধৰ শৰ্ম্মাক হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী সম্পাদনাৰ দায়িত্ব দিছে। প্ৰকাশ থাকে যে হেমচন্দ্ৰ গোস্বামীৰ পুত্ৰদ্বয় শ্ৰীশৰৎচন্দ্ৰ গোস্বামী আৰু শ্ৰীপ্ৰফুল্লচন্দ্ৰ গোস্বামীয়ে হেমচন্দ্ৰ গোস্বামী ৰচনাৱলী প্ৰকাশৰ কাৰণে সভাক দহহেজাৰ টকাৰ দানৰ প্ৰতিশ্ৰুতি দিছে আৰু তাৰে চাৰিহেজাৰ টকা পোৱা হৈছে। এই ধন সুকীয়া পুঁজিত ৰখা হৈছে।

## বেজবৰুৱা শতবাৰ্ষিকী হিচাপ

হিচাপ-পৰীক্ষক মহম্মদ চাকিৰ দ্বাৰা পৰীক্ষিত বেজবৰুৱা শতবাৰ্ষিকী সমিতিত হিচাপ আৰু সভাৰ সাধাৰণ পুঁজিৰ কিমান টকা শতবাৰ্ষিকীৰ বাবদ খৰচ হৈছে তাক নিৰ্ণয় কৰিবৰ উদ্দেশ্য কাৰ্য্যনিৰ্ব্বাহকে গঠন কৰা উপসমিতিৰ প্ৰতিবেদন ২৯।১।৭১ তাৰিখে সকলো শাখাসভালৈ পঠোৱা হয়।

বেজবৰুৱা শতবাৰ্ষিকী বাবদ পৰিশোধ কৰিবলগীয়া ঋণৰ কথা পিচত কোৱা হ'ব।

## বিত্তীয় পৰিস্থিতি

অসম সাহিত্য সভাৰ বিত্তীয় পৰিস্থিতি মুঠেই সন্তোষজনক নহয়। আপোনালোকে জানে যে সভাৰ এক সঙ্কটপূৰ্ণ সময়ত আমি প্ৰধান সম্পাদকৰ গধুৰ দায়িত্ব বহন কৰিবলগীয়া হয়। আমি সাহিত্য সভাৰ হিচাপ পত্ৰ চমজি লওঁতে সভাৰ ঋণ তলত দিয়া দৰে আছিল।

(ক) (১) বেজবৰুৱা শতবাৰ্ষিকী উৎসৱৰ বাবদ ৪১,৫৮২.৭০
(২) সাধাৰণ ধাৰ (ছপাশালত দিবলগীয়া) ১২,৮৯১.৮৮
(৩) ৰাজ্য চৰকাৰৰ (প্ৰকাশনৰ বাবদ) ১২,০০০.০০
(৪) কেন্দ্ৰীয় চৰকাৰৰ ( ,, ) ১৪,০০০.০০
৮০,৪৭৪.৫৮



(খ) (১) বিষ্ণুৰাম মেধিৰ ন্যাসবিষয়ক দান ৫,০০০.০০
(২) আজীৱন সভ্যৰ পুঁজি (১৯৬৯-৭০) ২০২৫.০০
(৩) ভগৱতী প্ৰসাদ বৰুৱা ভৱন সমিতিৰ ধাৰ ১০০০.০০
(৪) ৰাধাকান্ত সন্দিকৈ স্মৃতি পুঁজিৰ ধাৰ ৩০০০.০০
(৫) গোপাল গোস্বামী স্মৃতি পুঁজি ৩০০.০০
—১১,৩২৫.০০

সৰ্ব্বমুঠ ধাৰ ৯১,৭৯৯.৫৮

কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ প্ৰথম অধিবেশনত ওপৰুক্ত ঋণ পৰিশোধ সন্দৰ্ভত তলৰ ব্যৱস্থাসমূহ অৱলম্বন কৰা হয়।

(১) আজীৱন সভ্যসকলৰ ভিতৰৰ মৃতসকলৰ বৰঙণিখিনি সাধাৰণ পুঁজিলৈ অনা

(২) সভাৰ প্ৰতিজন সভ্যক অন্যূন ১টকাকৈ দান দিবলৈ অনুৰোধ কৰা

(৩) সভাৰ সভ্য সংখ্যা বৃদ্ধি আৰু বছেৰেকীয়া বৰঙণি আগতীয়াকৈ দিয়া।

(৪) সাহিত্য সভাৰ প্ৰকাশন ৩০% হ্ৰাসমূল্য বিক্ৰী আৰু বিশেষ প্ৰতিনিধিৰ জৰিয়তে বিক্ৰীৰ ব্যৱস্থা।

সভাৰ সভ্য সংখ্যা বৃদ্ধি আৰু দান সংগ্ৰৰ ক্ষেত্ৰত আশানুৰূপ সঁহাৰি পোৱা নগল। ৰাজহুৱাভাৱে দান সংগ্ৰহৰ চেষ্টা কৰা হয়।

(১) শাখা সভাৰ দান ৯৪১.৭০
(২) ৰাজহুৱা দান সংগ্ৰহ ৬৩০৪.২০
৭২২৮.৪০

সভাৰ প্ৰকাশন বিক্ৰীৰ কাৰণে শ্ৰীবুদ্ধীন্দ্ৰ কুমাৰ ৰাজখনিকৰক ডিব্ৰুগড় মহকুমা, শিৱসাগৰ আৰু নগাঁও জিলাত আৰু শ্ৰীযোগানন্দ শৰ্ম্মাক কামৰূপ, গোৱালপাৰা জিলাত বিশেষ প্ৰতিনিধিৰূপে নিয়োগ কৰা হয় আৰু তেওঁলোকক মাহে ৩০০.০০ টকাকৈ পাৰিতোষিক দিয়া হয়। তেওঁলোকক প্ৰকৃত ভ্ৰমণ খৰচ আৰু শতকৰা ১০ টকা

বৰ্ত্তন দিবলৈ স্থিৰ কৰা হয়। দুয়োজন প্ৰতিনিধিৰ অভিযানত তলত দিয়া দৰে আয় হয়।

(ক) শ্ৰীবুদ্ধীন্দ্ৰ কুমাৰ ৰাজখনিকৰে সংগ্ৰহ কৰা ৪৫, ৩৮৭·৮৫ পইচাৰ ভিতৰত সভাই পাইছে ২৫, ৭৭০·০১ পইচা।

(খ) শ্ৰীযোগানন্দ শৰ্ম্মাই সংগ্ৰহ কৰা ১০, ৯৫৩·৯৫ পইচাৰ ভিতৰত সভাই পাইছে ৬৪৯৮·২৫।

আমাৰ কাৰ্য্যকালত তলত দিয়া দৰে ঋণ পৰিশোধ কৰা হ'ল।

| | |
|---|---|
| বেজবৰুৱা শতবাৰ্ষিকীৰ ধাৰ | ৩২৫৮৯·৯৫ |
| সাধাৰণ প্ৰকাশনৰ ধাৰ | ১২২৯৯·৫৮ |
| গোপাল গোস্বামী পুঁজি | ৩০০·০০ |
| | ৪৫,১৮৯·৫৩ |

অসম সাহিত্য সভা এতিয়াও তলত দিয়া দৰে ঋণগ্ৰস্ত হৈ আছে।

| | | |
|---|---|---|
| বেজবৰুৱা শতবাৰ্ষিকীৰ | ৮৯৯২·৭৫ | |
| সাধাৰণ ধাৰ | ৫৯২·৩০ | |
| ৰাজ্যিক চৰকাৰৰ অনুদান | ১১৩৩০·০০ | |
| কেন্দ্ৰীয় চৰকাৰৰ অনুদান | ১৪০০০·০০ | |
| | ৩৪৯১৫ ০৫ | ৩৪৯১৫·০৫ |
| বিষ্ণুৰাম মেধি ন্যাস পুঁজি | ৫০০০·০০ | |
| আজীৱন সভ্য পুঁজি | ২০২৫·০০ | |
| ভাগৱতী প্ৰসাদ বৰুৱা ভৱন সমিতিৰ ধাৰ | ১০০০·০০ | |
| ৰাধাকান্ত সন্দিকৈ ভৱন সমিতিৰ ধাৰ | ৩০০০·০০ | |
| | ১১০২৫·০০ | ১১০২৫·০০ |
| | | ৪৫৯৪০·০৫ |

চৰকাৰী বাৰ্ষিক অনুদান বৃদ্ধিৰ কাৰণে চেষ্টা কৰা হয় আৰু এই সম্পৰ্কে মুখ্যমন্ত্ৰীয়ে যথোপযুক্ত সঁহাৰি দিছে। চৰকাৰে



আমাৰ প্ৰস্তাৱ অনুসৰি চন্দ্ৰকুমাৰ আগৰৱালা আৰু ৰজনীকান্ত বৰদলৈ শতবাৰ্ষিকী উপলক্ষে প্ৰকাশন বাবদ দহহেজাৰ টকাৰ অনুদান দিছে।

## বিশ্ববিদ্যালয়ৰ অনুদান

উপ-সভাপতি শ্ৰীপৰাগ চলিহাৰ বিশেষ চেষ্টাত ডিব্ৰুগড় আৰু গুৱাহাটী বিশ্ববিদ্যালয়ে অসম সাহিত্য সভাক বছৰি এহেজাৰ টকাকৈ বাৰ্ষিক অনুদান দিবৰ কাৰণে সিদ্ধান্ত কৰিছে আৰু ১৯৭০-৭১ চনত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ এহেজাৰ টকা বাৰ্ষিক অনুদান পোৱা হৈছে।

আমাৰ কাৰ্য্যকালৰ ভিতৰত দুই-এটা পুঁজিৰ স্থায়ী জমা আৰু বাঢ়িৰ জমা নিয়াৰিকৈ থোৱা হ'ল।

## আজীৱন সভ্য

আমাৰ কাৰ্য্যকালৰ ভিতৰত এশচাৰিজন সদাশয়লোকে অসম সাহিত্য সভাৰ আজীৱন সভ্য হৈ সভাৰ সৌষ্ঠৱ বঢ়াইছে। সাহিত্য সভাৰ বুৰঞ্জীত একে বছৰতে ইমান নতুন আজীৱন সভ্য হোৱা সৰ্ব্বাধিক; কিন্তু আজীৱন সভ্যৰ বৰঙণিস্বৰূপে পোৱা টকাৰ ৫০০০৲ টকা স্থায়ীভাৱে জমা ৰখাৰ ব্যৱস্থা কৰা হৈছে। আজীৱন সভ্যৰ ভৰ্ত্তিৰ ক্ষেত্ৰত তেজপুৰ সাহিত্য সভা, যোৰহাট সাহিত্য সভা, ৰংপুৰ সাহিত্য সভা, গোলাঘাট সাহিত্য সভা, মৰিগাঁও সাহিত্য সভা, ডুলিয়াজান সাহিত্য সভা, মোৰগাওঁ সাহিত্য সভা, সোণাই-পৰীয়া সাহিত্য সভা, গুৱাহাটীৰ শাখাসভাসমূহ আদিৰ নাম উল্লেখ-যোগ্য। আমাৰ সহকাৰী সম্পাদক শ্ৰীডিম্বেশ্বৰ শৰ্ম্মায়ো ব্যক্তিগত-ভাৱে আজীৱন সভ্য ভৰ্ত্তি কৰিছে।

## শাখা আৰু স্বীকৃত সভা

সাহিত্য সভাৰ শাখা আৰু স্বীকৃত সভাসমূহৰ সংখ্যা বছৰি উঠা-নমা কৰে। সভাৰ বৰ্ত্তমান সংখ্যা হ'ল ১৭০, তাৰে ৩৮ খন নতুন। বৰ্ত্তমান স্বীকৃত সভা ৩ খন।

শাখা আৰু স্বীকৃত সভাৰ লগত সততে সংযোগ ৰখা হয়। শাখাই নিয়মিতভাৱে সংগঠনৰ কাম আৰম্ভ কৰাৰ উপৰিও মফিজুদ্দিন আহমদ হাজৰিকাৰ শতবাৰ্ষিকী উৎসৱ, সাহিত্য সভা দিৱস আৰু নটসূৰ্য্য ফণী শৰ্ম্মা দিৱস পালন কৰে। চৰকাৰী ভাষা আইনৰ সম্পূৰ্ণ প্ৰয়োগ, লোকপিয়ল আদিৰ ক্ষেত্ৰতো কোনো সভাই আগ-ভাগ লৈছে। আমি পোৱা টোকাৰ পৰা সংক্ষেপে শাখা-সভাৰ কাৰ্য্যৰ কথা উল্লেখ কৰিলোঁ।

যোৰহাট সাহিত্য সভাৰ বৰ্ত্তমান সভ্য সংখ্যা ৬৫০ আৰু সভাই যোৱা বছৰ ২১ জন আজীৱন সভ্য ভৰ্ত্তি কৰে। ইয়াৰ উপৰি সভালৈ ৪০০্ টকা দান আগবঢ়ায়। ৰংপুৰ সাহিত্য সভাই আলোচনা চক্ৰৰ আয়োজন কৰাৰ উপৰি আজীৱন সভ্য ভৰ্ত্তি কৰিছে আৰু ২২৫ টকা দান আগবঢ়ায়। ডিব্ৰুগড় সাহিত্য সভাই মফিজুদ্দিন আহমদ হাজৰিকা জন্ম শতবাৰ্ষিকী উৎসৱৰ সাফল্যত আৰু ৰাজ্য-ভাষা আইনৰ প্ৰয়োগত বিশেষ অৰিহণা যোগায়। নামৰূপ সাহিত্য সভাই আলোচনা চক্ৰ পাতে আৰু সংগঠনৰ ক্ষেত্ৰত জোৰ দিয়ে। শলগুৰি মুকুল সঙ্ঘই সভা-সমিতিৰ আয়োজন কৰে। গোলাঘাট সাহিত্য সভাই সাংগঠনিক কামৰ উপৰি ৪ জন লোকক আজীৱন সভ্য কৰে। তিতাবৰ সাহিত্য সভাই সভ্য সংখ্যা বৃদ্ধি কৰাৰ উপৰিও দুজন সাহিত্যিকক সম্বৰ্দ্ধনা জনায়। ডুমডুমা সাহিত্য সভাই নিয়মিতভাৱে আলোচনা চক্ৰ আদিৰ আয়োজন কৰে। মৰিগাঁও সাহিত্য সভাই মাজে-সময়ে সভা-সমিতিৰ আয়োজন কৰিছে আৰু যোৱা বছৰ ৩ জন আজীৱন সভ্য ভৰ্ত্তি কৰিছে। সোণাই-পৰীয়া সাহিত্য সভাই ৰাজ্যভাষা আইনৰ পূৰ্ণাঙ্গ প্ৰয়োগৰ কাৰণে জনমত গঢ়ি তোলে। ধিং সাহিত্য সভাই সপ্তত্ৰিংশ অধিবেশনৰ বাহি পুঁজিৰে ৰত্ন ভৱন নিৰ্ম্মাণৰ আয়োজন কৰিছে। ধিং অধি-বেশনৰ বাহি পুঁজিৰ পৰা অসম সাহিত্য সভাক দুহেজাৰ টকা দান দিছে। কলিয়াবৰ সাহিত্য সভাই সাংগঠনিক কামৰ উপৰি



আলোচনা চক্ৰৰ আয়োজন কৰিছে। নগাঁও সাহিত্য সভাই ৰাজ্য-ভাষা আইন প্ৰয়োগৰ ক্ষেত্ৰত সজাগ দৃষ্টি ৰখাৰ উপৰি সভ্য সংখ্যা বৃদ্ধি কৰিছে, পত্ৰিকাৰ গ্ৰাহক গোটাইছে আৰু সভাৰ কাৰণে দান সংগ্ৰহ কৰিছে। তেজপুৰ সাহিত্য সভা ভৱনৰ ওপৰ মহলা অলপতে অসমৰ ৰাজ্যপাল শ্ৰীব্ৰজকুমাৰ নেহৰুৱে উদ্বোধন কৰিছে। উক্ত সভাই আমাৰ কাৰ্য্যকালৰ ভিতৰত ৩৩ জন আজীৱন সভ্য কৰিছে, 'শোণিত প্ৰবাহ' নামৰ এখন আলোচনী প্ৰকাশ কৰিছে আৰু মাজে-সময়ে সাহিত্যিক-সম্বৰ্দ্ধনা জনাইছে। এই সভাৰ চেষ্টাত পাঁচমাইলত এখন শাখা-সভা স্থাপন হৈছে। ঢেকিয়াজুলি সাহিত্য সভাই সাংগঠনিক কামৰ উপৰি অসম সাহিত্য সভাৰ প্ৰকাশন বিক্ৰীৰ ক্ষেত্ৰতো সহায় কৰিছে। ৰঙিয়া সাহিত্য সভাৰ সভ্য সংখ্যা আশানুৰূপ বৃদ্ধি পাইছে (২৭৭)। নলবাৰী সাহিত্য সভাই ৰাজ্যভাষা আইন প্ৰয়োগৰ ক্ষেত্ৰতো বিশেষ যত্নপৰ হয়। গুৱালকুছি জ্যোতি সাহিত্য সভাই নিয়মীয়া-ভাৱে কাম-কাজ কৰাৰ উপৰি 'জ্যোতি' নামৰ এখন আলোচনী উলিয়াইছে। প্ৰাগজ্যোতি সাহিত্য সভাই ভৱন নিৰ্ম্মাণৰ দিহা কৰিছে। পলাশবাৰী সাহিত্য সভাই এখন আলোচনী প্ৰকাশ কৰিছে। পাঠশালা আৰু বংশৰ সাহিত্য সভাই মাজে-সময়ে সভা-সমিতি আদি পাতিছে। পাঠশালাৰ আলোচনী 'আলিপনা' প্ৰকাশৰ পথত। এই সভাই একাঙ্কিকা প্ৰতিযোগিতা পাতে। ভৱন নিৰ্ম্মাণতো যো-জা কৰিছে। বৰপেটা সাহিত্য সভাই ভৱন নিৰ্ম্মাণৰ কাম আৰম্ভ কৰিছে। সৰিতা সভাই গুৱাহাটীত মফি-জুদ্দিন আহমদ হাজৰিকাৰ জন্ম শতবাৰ্ষিকী উৎসৱ আড়ম্বৰেৰে পালন কৰাৰ উপৰি মাজে-সময়ে সভা-সমিতিৰ আয়োজন কৰে। জালুক-বাৰী সাহিত্য সভাই সাংগঠনিক কামৰ উপৰি আজীৱন সভ্য কৰিছে। লামডিং সাহিত্য সভাই নানান অসুবিধাৰ মাজেদি সংগঠনৰ কাম কৰি আছে আৰু সভাৰ স্থায়ীভৱন নিৰ্ম্মাণৰ কথা চিন্তা কৰিছে। মিকিৰ পাহাৰ জিলাৰ জনকল্যাণ শাখা সাহিত্য সভা (হাৱাইপুৰ)

ডেনগাওঁ সাহিত্য সভা, বকলিয়াঘাট সাহিত্য সভা আদিৰ শাখা স্থাপন হৈছে। ডিফু সাহিত্য সভাই আলোচনা চক্ৰৰ আয়োজন কৰিছে আৰু এখন পুথি উলিয়াইছে। জনকল্যাণ সাহিত্য সভাই কেইবাটাও আলোচনা চক্ৰ পাতিছে আৰু সভাৰ এটি স্থায়ী ভৱন নিৰ্মাণৰ যো-জা চলিছে। ধুবুৰী সাহিত্য সভাই ভাষা আইন প্ৰয়োগৰ ক্ষেত্ৰত সততে চেষ্টা কৰাৰ উপৰি নিয়মীয়াভাৱে সভা-সমিতি পাতিছে আৰু বাৰ্ষিক অধিবেশন অলপতে হৈ গৈছে। প্ৰতাপগঞ্জ সাহিত্য সভাই বিশেষভাৱে সংগঠনৰ কাম কৰিছে। গোলোকগঞ্জ, চাপৰ আৰু বঙ্গাইগাঁও শাখাৰ কাম-কাজ নিয়মিতভাৱে চলি আছে। বিলাসীপাৰাত এক শ্ৰেণীৰ লোকৰ বিৰুধে সভাৰ কাৰ্য্যত বাধা দিলেও সেই ঠাইৰ লোকসকল সংঘবদ্ধ। কোকৰাঝাৰ সাহিত্য সভাই ৰাজ্যভাষা আইনৰ প্ৰয়োগৰ নিমিত্তে সজাগ। কোকৰাঝাৰৰ সাম্প্ৰতিক অশান্তি চিন্তাৰ বিষয় হৈছে। এই প্ৰসঙ্গত চৰকাৰৰ লগত যথোচিত যোগাযোগ কৰা হৈছে। সভা সংগঠনৰ কাৰণে আমি গোৱালপাৰাৰ বহু ঠাইলৈ গৈ কৰ্ম্মীসকলক দিহা-পৰামৰ্শ দিওঁ। লক্ষীপুৰ সাহিত্য সভাই কাৰ্য্যনিৰ্ব্বাহক সভা (৩য় অধিবেশন) সেই ঠাইলৈ নিমন্ত্ৰণ কৰিছিল। মুৰামুৰি সময়ত হোৱা কাৰণে সভাৰ নিমন্ত্ৰণ ৰক্ষা কৰিব পৰা নহল। সাহিত্য সভাৰ পুথি বিক্ৰী অভিযানত ফুৰোতে শ্ৰীবুদ্ধীন্দ্ৰ কুমাৰ ৰাজখনিকৰেও ৪ জন আজীৱন সভ্য কৰে।

কাছাৰ জিলাৰ শিলছৰ অসম সাহিত্য সভা, হৰিনগৰ সাহিত্য সভা, গড়ৰভিতৰ সাহিত্য সভা, হাইলাকান্দি সাহিত্য সভা আদি সভাসমূহে নানান অসুবিধাৰ মাজেদি কাম-কাজ চলাই আছে। নগাভূমিৰ কহিমা সাহিত্য সভা আৰু ডিমাপুৰ সাহিত্য সভা বৰ্ত্তমান সক্ৰিয় হৈছে। ডিমাপুৰ সাহিত্য সভাই গৃহ নিৰ্ম্মাণৰ আঁচনি লৈছে।

অসম সাহিত্য সভাৰ স্বীকৃত সভা দিল্লীৰ অসমীয়া সমাজে ইংৰাজীত "ইষ্টাৰ্ণ হৰাইজন" নামৰ এখন আলোচনী উলিয়াই অসমৰ বাহিৰত অসমীয়া ভাষা-সাহিত্যৰ প্ৰচাৰ কৰে আৰু অসম সাহিত্য



সভাৰ সভাপতি শ্ৰীউপেন্দ্ৰ চন্দ্ৰ লেখাৰুৱে এই আলোচনী উদ্বোধন কৰে। সভাপতি শ্ৰীলেখাৰুৱে দিল্লী বিশ্ববিদ্যালয়ত সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ চিত্ৰ উন্মোচন কৰে।

আমি প্ৰায় এবছৰ কাল প্ৰধান সম্পাদকৰূপে দায়িত্ব বহন কৰি কাৰ্য্যনিৰ্ব্বাহকৰ দিহা-পৰামৰ্শ আৰু নিৰ্দ্দেশ মতে কৰা কামৰ এটা খতিয়ান দিলোঁ। এইটো ঠিক যে আৰ্থিক অৱস্থা টনকিয়াল নোহোৱাৰ কাৰণে আমি যি দৰে কাম কৰিব লাগিছিল সেইদৰে কৰিব নোৱাৰিলোঁ। আনকি পুথি বিক্ৰীৰ ক্ষেত্ৰতো যে আমি সুচাৰুৰূপে ব্যৱসায় পৰিচালনা কৰিছো তাকো ন-দি কব নোৱাৰোঁ। আমাৰ অক্ষমতাৰ বাবে যেন আপোনালোকে ক্ষমা কৰে। আমি জ্ঞানবিশ্বাসেৰে এই বৃহৎ জাতীয় অনুষ্ঠানৰ যি সেৱা কৰিছোঁ তাৰ বিচাৰৰ ভাৰ আপোনলোকৰ ওপৰত।

আমাৰ কাৰ্য্যপৰিচালনাত সততে দিহ-পৰামৰ্শ দিয়াৰ কাৰণে উপ-সভাপতি শ্ৰীপৰাগ চলিহা আৰু আমাৰ কাৰ্য্যপৰিচালনাত সহায় কৰাৰ বাবে সহকাৰী সম্পাদকদ্বয় শ্ৰীডিম্বেশ্বৰ শৰ্ম্মা, শ্ৰীভগিৰী ৰায় চৌধুৰীক ধন্যবাদ জনাইছোঁ। অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীশ্ৰীমিত্ৰদেৱ মহন্ত, শ্ৰীআনন্দচন্দ্ৰ বৰুৱা, শ্ৰীঅতুল চন্দ্ৰ হাজৰিকা আৰু শ্ৰীবিনন্দচন্দ্ৰ বৰুৱা, প্ৰাক্তন সহকাৰী সম্পাদক শ্ৰীনগেন শইকীয়া আদিয়ে আমাক নানাভাৱে সহায়-সহযোগ কৰিছে। শ্ৰীবুদ্ধীন্দ্ৰ কুমাৰ ৰাজখনিকৰেও পুথি বিক্ৰী অভিযানৰ দ্বাৰা আমাক সহায় কৰাৰ কাৰণে ধন্যবাদৰ পাত্ৰ। যি সকল অনামী চৰকাৰী বিষয়াই দান সংগ্ৰহ কৰি সাহিত্য সভাৰ আৰ্থিক আৱস্থা টনকিয়াল কৰাত ইন্ধন যোগালে সি সকলক ধন্যবাদ জনাইছোঁ। কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ সভ্যসকলে সকলো প্ৰকাৰে সহযোগ কৰাৰ বাবে শলাগ জনাইছোঁ। শ্ৰীশ্ৰীৰামচন্দ্ৰ দাসেও সংগঠনত সহায় কৰাৰ বাবেও আমাৰ শলাগৰ পাত্ৰ।

ইমানতে আমাৰ সম্পাদকীয় প্ৰতিবেদন সামৰিলোঁ। এই-খিনিতে আমাৰ শতসহস্ৰ অপৰাধৰ বাবে ক্ষমা ভিক্ষা কৰি আপোলোকৰ পৰা বিদায় মাগিলোঁ।

শ্ৰীযতীন্দ্ৰনাথ গোস্বামী
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা

গৃহীত
স্বাঃ শ্ৰীতীৰ্থনাথ শৰ্ম্মা
১০ বহাগ, ১৮৯৩ শক

## সম্মিলনত গৃহীত প্ৰস্তাৱসমূহ

**১নং প্ৰস্তাৱ ঃ** অসমীয়া ৰাজ্যভাষা হিচাবে ঘোষণা হোৱাৰ দহ-বছৰৰ পিচতো ব্ৰহ্মপুত্ৰ উপত্যকা আৰু সচিবালয় পৰ্য্যন্ত চৰকাৰী, অৰ্দ্ধচৰকাৰী আৰু বেচৰকাৰী অনুষ্ঠানসমূহত পূৰ্ণ পৰ্যায়ত ৰাজ্যভাষাৰ প্ৰয়োগ নোহোৱাত অসম সাহিত্য সভাৰ আজিৰ অধিবেশনে গভীৰ উদ্বেগ প্ৰকাশ কৰে আৰু এই সংক্ৰান্তত খৰতকীয়া আৰু সক্ৰিয় ব্যৱস্থা লবলৈ অসম চৰকাৰৰ ওপৰত দাবী জনায়। এই বিষয়ত অসম সাহিত্য সভাই সদৌ ৰাইজকো সতৰ্ক কৰি দিবলৈ বিচাৰে আৰু সকলোৱে সকলো বিষয়তে অসমীয়া ভাষাহে প্ৰয়োগ কৰিবলৈ অনুৰোধ জনায়। ৰাজ্যভাষা সংক্ৰান্তত সভাই তলত দিয়া পৰামৰ্শ-ৱলীৰ প্ৰতি চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰে।

(১) যিবোৰ কাৰ্য্যালয়ত এতিয়াও অসমীয়া নাম-ফলি দিয়া হোৱা নাই সেইবিলাকত দিয়াৰ ব্যৱস্থা কৰা।

(২) সকলো চৰকাৰী, বেচৰকাৰী আৰু অৰ্দ্ধচৰকাৰী অনু-ষ্ঠানত অসমীয়া লিখন-যন্ত্ৰ ৰখা আৰু ইয়াৰ ব্যৱহাৰৰ কাৰণে বিভিন্ন লোকক প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা কৰা। ইয়াৰ উপৰিও বিভিন্ন কাৰ্য্যালয়ত অসমীয়া ভাষাত প্ৰপত্ৰ, চালান, চাব-মোহৰ আদিৰ যোগান ধৰা।

(৩) বিভিন্ন কাৰ্য্যালয়ৰ যিসকল বিষয়াই ইচ্ছাকৃতভাৱে অসমীয়া ভাষা প্ৰয়োগৰ ক্ষেত্ৰত নিষ্ক্ৰিয়তা অৱলম্বন কৰে সেই সকলৰ নিষ্ক্ৰিয়তা দূৰ কৰাৰ উপযুক্ত ব্যৱস্থা লোৱা আৰু প্ৰয়োজন অনুসৰি শাস্তিমূলক ব্যৱস্থা লোৱা।

(৪) আৰশ্যক অনুযায়ী অসমীয়া ভাষাত অভিজ্ঞতা নথকা

কৰ্ম্মচাৰীক অসমীয়া ভাষাৰ প্ৰশিক্ষণ দিয়া।

(৫) পৰিভাষা সংশোধন, পৰিবৰ্দ্ধন আৰু পুনঃ প্ৰকাশ কৰাৰ খৰতকীয়া ব্যৱস্থা কৰা।

গৃহীত : স্বাঃ শ্ৰীতীৰ্থনাথ শৰ্ম্মা, প্ৰস্তাৱক : শ্ৰীহৰিমোহন সৰকাৰ
সভাপতি সমৰ্থক : শ্ৰীধৰ্ম্মকান্ত গোহাঁই
২৫।৪।৭১

**২য় প্ৰস্তাৱ :** আভ্যন্তৰিণ শৃঙ্খলাৰ অজুহাত দেখুৱাই পাকিস্তান চৰকাৰে পূৱবঙ্গত আজি নিষ্ঠুৰ হত্যাকাণ্ডৰে মানৱতা বিৰোধী যি ধ্বংসলীলা চলাইছে আজিৰ অসম সাহিত্য সভাৰ বাৰ্ষিক অধিবেশনে তাৰ তীব্ৰ নিন্দা কৰে আৰু অতি সোনকালে এই ধ্বংসলীলা বন্ধ কৰাবলৈ পৃথিৱীৰ সকলো শক্তিক আহ্বান জনায়।

গৃহীত :
প্ৰস্তাৱক : শ্ৰীমহেন্দ্ৰ নাৰায়ণ চৌধুৰী
স্বাঃ শ্ৰীতীৰ্থনাথ শৰ্ম্মা সমৰ্থক : শ্ৰীনন্দ তালুকদাৰ
সভাপতি,
২৫।৪।৭১

**৩নং প্ৰস্তাৱ: গৱেষণাৰ মাধ্যম**

ভাৰতৰ অন্যান্য প্ৰান্তত শিক্ষাৰ মাধ্যম আঞ্চলিক ভাষাৰূপে স্বীকৃতি হোৱাৰ পিচৰে পৰা বিশ্ববিদ্যালয়ৰ গৱেষণা গ্ৰন্থৰ মাধ্যম-ৰূপেও আঞ্চলিক ভাষাকে গ্ৰহণ কৰিছে। ইয়াৰ ফলত গৱেষণা গ্ৰন্থসমূহৰ লগত জনসাধাৰণৰ সম্পৰ্ক স্থাপন সম্ভৱপৰ হৈছে; কিন্তু অসমত এতিয়াও গৱেষণা গ্ৰন্থৰ মাধ্যম ইংৰাজীহে, অসমীয়া নহয়। তাৰ ফলত গৱেষণা গ্ৰন্থবোৰ জনগণৰ কামত অহা নাই। মাথোন

## অসম সাহিত্য সভা : যোৰহাট

উদ্বৃত্ত পত্ৰ : ১৯৭১ চনৰ ৩১ মাৰ্চ্চ পৰ্য্যন্ত

| ঋণ | পৰিমাণ | | | |
|---|---|---|---|---|
| সাধাৰণ পুঁজি : | | | | |
| আৰম্ভণি উদ্বৃত্ত | ৩৯, ৭২১ | ৩৫ | | |
| চলিত বছৰৰ ৰাহি | ২৫৩৮ | ০১ | | |
| | | | ৪২২৫৯ | ৩৬ |
| (আয় ব্যয়ৰ হিচাপ অনুযায়ী) | | | | |
| অক্ষয় পুঁজিসমূহৰ বাবদ : | | | | |
| দক্ষিণপাট অধিকাৰ গোস্বামী পুঁজি | ৫০০০ | ০০ | | |
| চন্দ্ৰকান্ত-ইন্দ্ৰকান্ত স্মাৰক পুঁজি | ১৭৪০০ | ০০ | | |
| চন্দ্ৰকান্ত-ইন্দ্ৰকান্ত সমাৰোহ পুঁজি | ১৫৫০ | ০০ | | |
| কমলাদেৱী স্মাৰক পুঁজি | ২০০০ | ০০ | | |
| হৰিহৰ চৌধুৰী বঁটা পুঁজি | ১০০০ | ০০ | | |
| আজীৱন সভাৰ পুঁজি | ৪২৯৫০ | ০০ | | |
| ডিগবৈ সাহিত্য সেৱা সমিতি ন্যাস পুঁজি | ৫০০০ | ০০ | | |
| বনমালী শইকীয়া পুঁজি | ১০০০ | ০০ | | |
| প্ৰেমধৰ দত্ত সোঁৱৰণী পুঁজি | ২০০০ | ০০ | | |
| | | | ৭৭৯০১ | ০০ |
| অক্ষয় পুঁজি বাঢ়ি পুঁজিসমূহৰ বাবদ : | | | | |
| দক্ষিণপাট অধিকাৰ গোস্বামী বাঢ়ি পুঁজি | ১০৬৬ | ১৯ | | |
| চন্দ্ৰকান্ত-ইন্দ্ৰকান্ত স্মাৰক বাঢ়ি পুঁজি | ১৫২৫ | ০৯ | | |
| চন্দ্ৰকান্ত ইন্দ্ৰকান্ত সামাজিক সমাৰোহ বাঢ়ি পুঁজি | ৪৯৯ | ৬১ | | |
| কমলা দেৱী স্মাৰক বাঢ়ি পুঁজি | ১০২৫ | ২১ | | |
| হৰিহৰ চৌধুৰী বঁটা পুঁজিৰ বাঢ়ি পুঁজি | ৪৪০ | ০০ | | |
| ডিগবৈ সাহিত্য সেৱা সমিতি ন্যাস বাঢ়ি পুজি | ১৪৬৮ | ৯০ | | |
| প্ৰেমধৰ দত্ত সোঁৱৰণী বাঢ়ি পুজি | ২০০ | ০০ | | |
| | | | ৬২২৫ | ০০ |

| সম্পত্তি | পৰিমাণ | | | |
|---|---|---|---|---|
| আচবাব আৰু সঁজুলি : | | | | |
| আৰম্ভণি উদ্বৃত্তি | ১৩৮৫৫ | ৮৪ | | |
| চলিত বছৰৰ জমা | ৫৭ | ২৫ | | |
| | | | ১৩৯১৩ | ০৯ |
| গ্ৰন্থাগাৰ : যোৱা বছৰৰ অনুযায়ী | ১০৮০৭ | ৪৯ | ১০৮০৭ | ৪৯ |
| সামৰণি ষ্টক : কিতাপ আদি | | | ৬৪৪৬০ | ০০ |
| অক্ষয় পুঁজিসমূহৰ বিনিধান | | | ৬০৭৫০ | ০০ |
| অক্ষয় পুঁজি বাঢ়ি পুঁজিসমূহৰ বিনিধান | | | ৫১১১ | ১৪ |
| ৰাধাকান্ত সন্দিকৈ স্মৃতি পুঁজিৰ বিনিধান | | | ২১৩২ | ৩১ |
| চন্দ্ৰকান্ত অভিধানৰ বাবদ অতিৰিক্ত ব্যয় | | | ২০৩১ | ৭৫ |
| ছপাশাল পুঁজিৰ বিনিধান | | | ৫২ | ৪৩ |
| হেমচন্দ্ৰ গোস্বামী পুঁজিৰ বিনিধান : | | | | |
| বেঙ্কত জমা | ৩৭২৫ | ৬০ | | |
| প্ৰকাশনৰ আগধন | ৩০০ | ০০ | | |
| | | | ৪০২৫ | ৬০ |
| শৰৎচন্দ্ৰ গোস্বামী স্মৃতি পুঁজিৰ বিনিধান | | | ১০৯ | ২৫ |
| অসম সাহিত্য সভা (গুৱাহাটী) বিনিধান : | | | | |
| ভৱনৰ ব্যয় | ১০২৬৯৪ | ৩৭ | | |
| বেঙ্কত জমা | ২৫০ | ০০ | | |
| হাতে জমা | ১ | ৬০ | | |
| | | | ১০২৯৪৫ | ৯৭ |
| ভগৱতী প্ৰসাদ বৰুৱা ভৱন অৰক্ষণ পুঁজি | | | | |
| আচবাব পত্ৰ | ১৭২৬ | ০০ | | |
| বেঙ্কত জমা | ৬৩৭৬ | ১৫ | | |
| | | | ৮১০২ | ১৫ |

## অসম সাহিত্য সভা ঃ যোৰহাট

উদ্বৃত্ত পত্ৰ ঃ ১৯৭১ চনৰ ৩১ মাৰ্চ্চ পৰ্য্যন্ত

| ঋণ | | | পৰিমাণ | |
|---|---|---|---|---|
| দানৰ পুঁজিসমূহৰ বাবদ : | | | | |
| ৰাধাকান্ত সন্দিকৈ স্মৃতি পুঁজি | ৪১৩২ | ৩১ | | |
| শৰত চন্দ্ৰ গোস্বামী স্মৃতি পুঁজি | ১০৯ | ২৫ | | |
| অসম সাহিত্য সভা ভৱনৰ গুৱাহাটী পুঁজি | ১০২৯৪৫ | ৯৭ | | |
| ভগৱতীপ্ৰসাদ বৰুৱা ভৱন অৱৰক্ষণ পুঁজি | ৯১০২ | ১৫ | | |
| ছাপাশাল পুঁজি | ৫২ | ৪৩ | ১,১৬৩৪২ | ১১ |
| বিশেষ পুঁজিৰ বাবদ : | | | | |
| ৰাজ্যিক চৰকাৰৰ প্ৰকাশন আঁচনিৰ অনুদানৰ বাকী | ৩০, ৪৬৬ | ৮৫ | | |
| গোপাল গোস্বামী পুঁজি | ৬০০ | ০০ | | |
| হেমচন্দ্ৰ গোস্বামী পুঁজি | ৪, ০২৫ | ৬০ | ৩৫, ০৯২ | ৪৫ |
| প্ৰকাশন বেচা এজেন্টৰ নিৰাপত্তা জমা | | | ৭০০ | ০০ |
| বিষ্ণুৰাম মেধি দানৰ স্থগিত হিচাপ | | | ৫০০০ | ০০ |
| | | মুঠ টকা | ২, ৮৩৫১৯ | ৯২ |

| সম্পত্তি | | | পৰিমাণ | |
|---|---|---|---|---|
| আগধন : | | | | |
| কৰ্ম্মচাৰী | ১৬০ | ০০ | | |
| পুথি বিক্ৰীৰ প্ৰতিনিধি | ১০০ | ০০ | | |
| গোহাঞিবৰুৱা শতবাৰ্ষিকীৰ প্ৰকাশন | ১০০ | ০০ | ৩৬০ | ০০ |
| সামৰণি উদ্বৃত্ত : | | | | |
| নগদ কেন্দ্ৰীয় কাৰ্য্যালয় | ৯৮ | ৯৪ | | |
| সহকাৰী সম্পাদকৰ হাতেজমা ( গুৱাহাটী ) | ৪২ | ৮১ | | |
| চন্দ্ৰকান্ত-ইন্দ্ৰকান্ত স্মাৰক পুঁজিৰ ধন ভঁৰালীৰ হাতত | | ৩৬ | ১৪২ | ১১ |
| বেঙ্কত : | | | | |
| অসম কো-অপাৰেটিভ এপেক্স বেঙ্ক : যোৰহাট | ৭৮৪২ | ২১ | | |
| অসম কো-অপাৰেটিভ এপেক্স বেঙ্ক : গুৱাহাটী | ৭৩৪ | ৪২ | ৮৫৭৬ | ৬৩ |
| | | মুঠ টকা | ২৮৩৫১৯ | ৯২ |

একে তাৰিখলৈ হিচাপ পৰীক্ষাৰ টোকা অনুযায়ী, হিচাপ পৰীক্ষা কৰি সঠিক পোৱা হৈছে।

আলৰ্'ৰ'ৎ, গুৱাহাটী-১
১২ এপ্ৰিল, ১৯৭১

গৃহীত
শ্ৰীতীৰ্থনাথ শৰ্ম্মা,
সভাপতি

স্বাঃ মঃ চাকী
( এম, চাকী, এম-কম, এফ, চি, এ )
হিচাপ পৰীক্ষক, অসম সাহিত্য সভা ।



এমুঠি পণ্ডিতলোকৰ মাজতে সীমিত হৈ আছে । গণতান্ত্ৰিক দেশত জাতীয় জীৱনৰ বিকাশৰ পথত ই প্ৰধান অন্তৰায়ৰূপে দেখা দিছে। এনে জাতীয়তাৰ পৰিপন্থী ৰীতি বৰ্জ্জনীয় ।

সেয়ে অসম সাহিত্য সভাৰ এই বাৰ্ষিক অধিবেশনে অসমৰ বিশ্ববিদ্যালয়সমূহৰ কৰ্ত্তৃপক্ষক অনুৰোধ কৰে যাতে জাতীয় জীৱনৰ বৃহত্বৰ স্বাৰ্থলৈ লক্ষ্য ৰাখি অসমৰ আঞ্চলিক ভাষাকো গবেষণাৰ মাধ্যমৰূপে প্ৰয়োগ কৰাৰ বিশিষ্ট ব্যৱস্থা অনতিবিলম্বে গ্ৰহণ কৰে ।

গৃহীত ঃ প্ৰস্তাৰক ঃ চৈয়দ আব্দুল মালিক
(স্বাঃ) শ্ৰীতীৰ্থনাথ শৰ্ম্মা সমৰ্থক ঃ মিনতি হাজৰিকা
সভাপতি ।

**৪ৰ্থ প্ৰস্তাৰ ঃ** অসম সাহিত্য সভাৰ এই অধিবেশনে গভীৰ দুখেৰে অসম চৰকাৰক জনায় যে অসমৰ ভাষা-সাহিত্য-সংস্কৃতিৰ একমাত্ৰ জাতীয় অনুষ্ঠান অসম সাহিত্য সভাক এতিয়াও চৰকাৰে উপযুক্ত-পৰিমাণৰ আৰ্থিক অনুদান দিয়া নাই। এখন গণতান্ত্ৰিক ৰাজ্যৰ ভাষা-সাহিত্যৰ উন্নতিৰ অৰ্থে চৰকাৰে যি আন্তৰিকতা দেখুৱাব লাগিছিল তেনে আন্তৰিকতাৰ পৰা সাহিত্য সভা আজিও বঞ্চিত হৈ আছে। যুগৰ লগত সমানে আগবাঢ়ি যাবলৈ এখন দেশৰ সাহিত্য-সংস্কৃতিয়ে প্ৰেৰণা যোগাবৰ কাৰণে পৰিবেশ সৃষ্টি কৰিবলৈ প্ৰচুৰ অৰ্থৰ প্ৰয়োজন।

গতিকে আজি সভাই অসম চৰকাৰক সাহিত্য সভাৰ কাৰণে বছৰি এক লাখ টকাৰ এটি অনুদান দিবলৈ অনুৰোধ জনায় ।

গৃহীত ঃ প্ৰস্তাৰক ঃ শ্ৰীবিনন্দচন্দ্ৰ বৰুৱা
(স্বাঃ) শ্ৰীতীৰ্থনাথ শৰ্ম্মা, সমৰ্থক ঃ শ্ৰীনগেন শইকীয়া
সভাপতি
২৫। ৪। ৭১।

**৫ম প্ৰস্তাৱ ঃ** অসমীয়া সাহিত্যৰ অন্যতম কৰ্ণধাৰ আৰু সাহিত্য সভাৰ পোন প্ৰথম অধিবেশনৰ সভাপতি স্বৰ্গীয় পদ্মনাথ গোহাঞি বৰুৱাৰ জন্ম-শতবাৰ্ষিকীত ডাক-তাঁৰ বিভাগে এটি সোঁৱৰণী ডাক-টিকট উলিয়াবলৈ অক্ষমতা প্ৰকাশ কৰাত আজিৰ সভাই গভীৰ ক্ষোভ প্ৰকাশ কৰে আৰু এই ডাকটিকট যাতে জন্মশতবাৰ্ষিকীত ওলায় তাৰ বাবে কাৰ্য্যকৰী ব্যৱস্থা হাতত লবলৈ ডাক-তাঁৰ বিভাগক দাবী জনায়। এই ডাকটিকট সময়মতে প্ৰকাশৰ কাৰণে সকলো প্ৰকাৰৰ চেষ্টা চলোৱাৰ তৎপৰতা অৱলম্বন কৰিবলৈ অসম চৰকাৰক আৰু অসমৰ সংসদী সদস্যসকলক আজিৰ সভাই টানি অনুৰোধ জনায়।

গৃহীত ঃ
শ্ৰীতীৰ্থনাথ শৰ্ম্মা,
সভাপতি
২৫।৪।৭১।

প্ৰস্তাৱক ঃ শ্ৰীকৃষ্ণ প্ৰসাদ বৰুৱা
সমৰ্থক ঃ শ্ৰীখলিলুৰ ৰহমান

**৬ষ্ঠ প্ৰস্তাৱ ঃ উদ্যোগত থলুৱালোকৰ সুবিধাৰ দাবী**

অসম চৰকাৰে Assam Industrial Employment ( Standing order ) Rule তলত দিয়া অনুসৰি সংশোধন কৰিবলৈ ওলাইছে —

All vacancies will be notified to the local Employment Exchange and all requirrments be normally made from amongst the candidates sponsored by the Employment Exchange. Other sources of recruitment may be tried only when the Local Employment Exchange joins non availability certificate.

While making recruitment preference shall be given as under :

[1] Ex-employees with good records.



[2] Near relations of Employee.
[3] People of the Locality.
[4] People of the state.

প্ৰস্তাৱিত সংশোধনী মতে অসমীয়া মানুহৰ আৰু অসমৰ স্থায়ী অধিবাসীসকলৰ স্বাৰ্থ তথা অসমীয়া ভাষা আৰু সংস্কৃতিৰ স্বাৰ্থ বিশেষৰূপে ব্যাঘাত হ'ব। কাৰণ, প্ৰাক্তন কৰ্ম্মীৰ (Ex-employee) নামত অৱসৰপ্ৰাপ্ত কৰ্ম্মী আৰু সাময়িক কৰ্ম্মীসকলে প্ৰথমে স্থান পাব। দ্বিতীয়তে বৰ্ত্তমানৰ প্ৰাৰ্থীৰ আত্মীয়-স্বজনৰ সুবিধালৈ বৰ্ত্তমানৰ অনা-অসমীয়া কৰ্ম্মী, যাৰ সংখ্যা অসমীয়াতকৈ বহুত বেছি তেওঁলোকে সুবিধা পাব। তাৰ পিচতহে স্থানীয় লোক আৰু তাৰ পিচত অসম ৰাজ্যৰ লোকে সুবিধা পাব।

সেইকাৰণে অসমীয়াৰ আৰু অসমীয়া ভাষা-সংস্কৃতিৰ স্বাৰ্থ ৰক্ষাৰ কাৰণে অসম সাহিত্য সভাৰ আজিৰ সন্মিলনে প্ৰস্তাৱ কৰে যে চাকৰিত সুবিধা দিবৰ কাৰণে চৰকাৰে প্ৰস্তাৱ কৰা সংশোধনী তলত লিখা দৰে সংশোধন কৰা হ'ব। প্ৰথমতে সুবিধা পাব স্থানীয়লোকে, দ্বিতীয়তে সুবিধা পাব ৰাজ্যিক খিলঞ্জীয়া অধিবাসীয়ে, তৃতীয়তে সুবিধা পাব অসমীয়া ভাষাত জ্ঞান থকা আগৰ কৰ্ম্মচাৰীয়ে আৰু চতুৰ্থতে পাব আত্মীয়সকলে।

গৃহীত ঃ
স্বাঃ শ্ৰীতীৰ্থনাথ শৰ্ম্মা
সভাপতি।

প্ৰস্তাৱক ঃ শ্ৰীখনীন্দ্ৰচন্দ্ৰ বৰুৱা
সমৰ্থক ঃ শ্ৰীকনক ডেকা

# অসম সাহিত্য সভাৰ অষ্টাত্ৰিংশ মাকুম অধিবেশন

শ্ৰীডিম্বেশ্বৰ শৰ্ম্মা

অসম সাহিত্য সভাৰ অষ্টাত্ৰিংশ মুকলি অধিবেশন চাহবাগিচাৰে পুষ্ট, পৰিবেষ্টিত আৰু বুৰঞ্জীৰ গৌৰৱেৰে গৌৰৱান্বিত উজনিৰ সৰু চহৰ মাকুমত তিনিদিনীয়া কাৰ্য্য-সূচীৰে অত্যন্ত উলহ-মালহৰ মাজত অনুষ্ঠিত হয়। ২২ এপ্ৰিল বৃহস্পতিবাৰে পুৱাবেলাৰ পৰা অসমৰ বিভিন্ন ঠাইৰ পৰা অহা প্ৰতিনিধিৰ সোঁত ববলৈ ধৰে। কাৰ্য্য-নিৰ্ব্বাহক সমিতিৰ সদস্যসকল আৰু নৱনিৰ্ব্বাচিত সভাপতি শ্ৰীতীৰ্থ-নাথ শৰ্ম্মাও সেইদিনাই মাকুম পোৱাত মাকুম চহৰ জন সমাগমেৰে মুখৰিত হৈ পৰে।

২৩ এপ্ৰিল শুকুৰবাৰে পুৱা ৮ বজাত চিপ্‌চিপীয়া বৰষুণৰ মাজতে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীবিনন্দচন্দ্ৰ বৰুৱাই অসম সাহিত্য সভাৰ পতাকা উত্তোলন কৰি সাহিত্য সভাৰ অতীত গৌৰৱ সোঁৱৰে আৰু উজ্জ্বল ভৱিষ্যত কামনা কৰে।

পুৱা ৮-৩০ বজাত প্ৰাক্তন সভাপতি বাগ্মীবৰ শ্ৰীনীলমণি ফুকনে প্ৰদৰ্শনী উদ্বোধন কৰি অফুৰন্ত কৰ্ম্মশক্তিৰ সদ্ব্যৱহাৰ কৰি দেশক সমৃদ্ধ কৰি তুলিবলৈ যুৱক-যুৱতীসকললৈ উদাৰ আহ্বান জনায়।

পুৱাবেলা ৯—১২ বজালৈ বিষয় বাছনি সভা নৱনিৰ্ব্বাচিত সভাপতি শ্ৰীতীৰ্থনাথ শৰ্ম্মাৰ সভাপতিত্বত বহে। প্ৰধান সম্পাদক শ্ৰীযতীন্দ্ৰ নাথ গোস্বামীয়ে প্ৰতিবেদনত কয় যে গত বছৰটোত অসম সাহিত্য সভাই ৪৫ হেজাৰ টকাতকৈও অধিক ঋণ পৰিশোধ কৰিছে যদিও আৰু সিমানখিনি ঋণ এতিয়াও পৰিশোধ কৰিবলৈ আছে। গত বছৰত সাহিত্য সভাৰ গ্ৰন্থ বিক্ৰী সম্পৰ্কত হোৱা সাফল্যৰ কথা তেখেতে উল্লেখ কৰে আৰু পদ্মনাথ গোহাঞিবৰুৱা আৰু



হেমচন্দ্ৰ গোস্বামীৰ জন্ম শতবাৰ্ষিকীৰ আয়োজনৰ কথা তেখেতে কয়। বিষয় বাছনি সভাত সম্পাদকীয় প্ৰতিবেদন আৰু হিচাপ গৃহীত হয়।

আবেলি ১-৩০ ৰ পৰা ৫জালৈ বহা বিষয় বাছনি সভাত সভাপতিত্ব কৰে উপ-সভাপতি শ্ৰীপৰাগ চলিহাই। সভাই ৬টা প্ৰস্তাৱ গ্ৰহণ কৰে। সভাৰ সংগঠন সম্পৰ্কীয় আৱশ্যকীয় সালসলনিৰ বাবে কেবাটাও প্ৰস্তাৱ অহাত সভাই চলিত বছৰৰ জুলাই মাহত নিয়মাৱলী সংশোধনৰ প্ৰস্তাৱ শাখাসভাসমূহৰ পৰা আহ্বান কৰি আগৰ বছৰৰ বিষয় বাছনি সভাত নিয়মাৱলী সংশোধনৰ প্ৰস্তাৱ দাঙি ধৰিবলৈ পৰামৰ্শ দিয়ে। অভিধান, শব্দকোষ, বাগানৰ বনুৱাৰ মাজত অসমীয়া পাঠ্যপুথি, পৰ্ব্বত-ভৈয়াম সম্প্ৰীতিমূলক পুথি প্ৰকাশ, শিশু সাহিত্য সদন গঠন, লিখক শিবিৰৰ আয়োজন আদিৰ প্ৰস্তাৱ-খিনি কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ বিবেচনাৰ্থে সভাই স্থগিত ৰাখে।

২৩ এপ্ৰিলৰ ৰাতি ৬—১১-৩০ বজালৈ বিষয় বাছনি সভাৰ তৃতীয় বৈঠক শ্ৰীপৰাগ চলিহাৰ সভাপতিত্বত বহে। উপ-সভাপতি নিৰ্ব্বাচনৰ ভোট গ্ৰহণৰ সময়ছোৱাত প্ৰাক্তন সভাপতি শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱাই সভাপতিত্ব কৰে। শ্ৰীপৰাগ চলিহা উপ-সভাপতি, শ্ৰীযতীন্দ্ৰ নাথ গোস্বামী প্ৰধান সম্পাদক, শ্ৰীআব্দুছ ছাত্তাৰ পত্ৰিকা সম্পাদক আৰু শ্ৰীনবীনচন্দ্ৰ বৰদলৈ ধনভঁৰালী নিৰ্ব্বাচিত হয়। কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ আন ১৪ টা সভ্যপদৰ বাবে ৫৪ টা নাম প্ৰস্তাৱিত হোৱাত বহু আলোচনাৰ পাচত সভাই পূৰ্ব্বৰ ৰীতিকে ৰক্ষা কৰি সভাপতি শ্ৰীতীৰ্থনাথ শৰ্ম্মা, প্ৰধান সম্পাদক শ্ৰীযতীন্দ্ৰনাথ গোস্বামী, প্ৰাক্তন সভাপতি শ্ৰীবিনন্দচন্দ্ৰ বৰুৱা আৰু প্ৰতিনিধি শ্ৰীগিৰিধৰ শৰ্ম্মাৰে গঠিত এখন সমিতিৰ ওপৰত ১৬ জন সভ্য বাছি দিবলৈ ভাৰ দিয়ে।

২৪ এপ্ৰিলত মুকলি অধিবেশনত বতৰ সম্পূৰ্ণ পৰিষ্কাৰ থকাত চাৰিওফালৰ পৰা অহা অগণন জনতাৰে বাট-পথ ভৰি পৰে। পুৱাবেলা ৮—১১-৩০ বজালৈ প্ৰবীণ কবি শ্ৰীকমলেশ্বৰ চলিহাৰ

সভাপতিত্বত কবি সন্মিলন বহে। সভাত আন বছৰৰ কবি সন্মিলনৰ তুলনাত জনসমাৱেশ সন্তোষজনক হৈছে বুলি বহু সন্মিলনত উপস্থিত থকা প্ৰাক্তন সভাপতি শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱাই কয়। বাগ্মীবৰ শ্ৰীনীলমণি ফুকনে 'সো অহম' নামে স্বৰচিত কবিতাৰ আবৃত্তিৰে সভা উদ্বোধন কৰে। ধ্বনিকবি শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱাই 'অ' ৰূপহী! তোমাৰ কিমান দূৰত ঘৰ?' নামে স্বৰচিত কবিতা আবৃত্তি কৰি কয় যে এই কবিতাৰ সুৰ তেখেতৰ আনবিলাক কবিতাৰ লগত নিমিলিলেও কবিতাটি কিন্তু তেখেতৰ নিজৰ ৰচনা। একেজন কবিয়ে সদায় যে একে ধৰণৰ কবিতাকে লিখিব লাগে তাৰ নিশ্চয় কোনো অৰ্থ নাই। কাব্যযোগী শ্ৰীআনন্দ চন্দ্ৰ বৰুৱাই দুটি স্বৰচিত কবিতা 'কবিতা যেতিয়া আহে' আৰু 'এটি চাহ ছোৱালী' আবৃত্তি কৰে। দ্বিতীয় কবিতাটিত চাহবাগিচাৰ বনুৱাসকলৰ ঝুমুৰ গীতৰ কলি সুমুৱাই দিয়াত কবিতাটি বিশেষ আকৰ্ষণীয় হৈছিল। অধ্যাপক শ্ৰীঅতুল চন্দ্ৰ হাজৰিকাই পঠোৱা 'মাকুমৰ পণ' নামে কবিতাটি শ্ৰীবৰুৱাদেৱে আবৃত্তি কৰে। অসমীয়া ভাষা আয়ত্ত কৰি অসমীয়াত সুন্দৰ কবিতা লিখা প্ৰতিভাশালী কবি শ্ৰীৰাজেন্দ্ৰ প্ৰতাপ কৰণক শ্ৰীবৰুৱাদেৱে পৰিচয় জ্ঞাপন কৰাৰ পিচত শ্ৰীকৰণে গণেশ গগৈৰ 'পাপৰি'ৰ একাংশ আৰু ইয়াৰ হিন্দী অনুবাদ আবেগিকভাৱে আবৃত্তি কৰি শ্ৰোতাসকলক মুগ্ধ কৰে। তদুপৰি তেওঁ 'মদাৰ' নামে এটি স্বৰচিত অসমীয়া কবিতা আবৃত্তি কৰে।

কহিমাৰ শ্ৰীহৰিপ্ৰসাদ গোৰ্খাৱায়ে 'উৰণীয়া মন' আৰু 'এটি প্ৰশ্ন, এটি পৰিচয়' নামে দুটি স্বৰচিত কবিতা আবৃত্তি কৰে। দ্বিতীয় কবিতাটিত পৰ্ব্বত-ভৈয়ামৰ ঐক্যৰ ওপৰত আবেগিকভাৱে আলোক পাত কৰে। অমূল্য বৰুৱাৰ অপ্ৰকাশিত কবিতা এটি আৰু আন এটি স্বৰচিত কবিতাৰ আবৃত্তি কৰে শ্ৰীপ্ৰমোদ কুমাৰ বৰদলৈয়ে। বয়োবৃদ্ধ কবি শ্ৰীঅম্বেশ্বৰ চেতিয়া ফুকনে মুণ্ডা লোকগীতি আৰু ইয়াৰ অসমীয়া অনুবাদ পাঠ কৰাৰ উপৰিও 'অনুপমা তোমাক



ভাল পাওঁ' নামে স্বৰচিত ৰোমাণ্টিক কবিতা এটি আবৃত্তি কৰে। আন এজন বয়োবৃদ্ধ কবি শ্ৰীশ্ৰীৰামচন্দ্ৰ দাসে 'হাতেলিখা কিতাপৰ বোজা' নামে এটি ৰসাল কথা-কবিতা পাঠ কৰে। ইয়াৰ বাহিৰে স্বৰচিত কবিতা আবৃত্তি কৰাসকলৰ ভিতৰত আছিল শ্ৰীবীৰেন বৰকটকী, শ্ৰীনিত্যা দত্ত, শ্ৰীমতী এলি আহমদ, শ্ৰীমতী কৃষ্ণপ্ৰিয়া হাজৰিকা, শ্ৰীযজ্ঞেৰাম গগৈ, শ্ৰীচুজাউদ্দিন আহমদ, শ্ৰীনবীনচন্দ্ৰ বৰদলৈ, শ্ৰীললিত শৰ্ম্মা বৰুৱা, শ্ৰীচন্দ্ৰ চেতিয়া, শ্ৰীইৰফানুল হক, শ্ৰীমতী শশীপ্ৰভা দত্ত, শ্ৰীমতী ৰেণু শইকীয়া, শ্ৰীমতী ফাতেমা খাতুন, শ্ৰীমহেন্দ্ৰ নাৰায়ণ চৌধুৰী আদি।

আলোচনাত অংশ গ্ৰহণ কৰি ডঃ মহেশ্বৰ নেওগে 'ৰাতিপুৱাৰ ডায়েৰী' নামে এটি স্বৰচিত কথা-কবিতা আবৃত্তি কৰে। ডঃ নেওগে প্ৰাচীনত্বৰ পৰা নতুনত্বলৈ কবিতা বিবৰ্ত্তনৰ কথা কয়। তেখেতে কয় যে ৰেলগাড়ী চলাৰ দৰে কবিতা আগলৈকো চলে আৰু পাচলৈকো চলে অৰ্থাৎ কবিতাই দূৰ অতীতৰ পৰা দূৰ ভৱিষ্যতলৈকে প্ৰাণৰ সম্বেদ আমাক দিয়ে। কবিতাত Magic আৰু Music অৰ্থাৎ আশ্চৰ্য্যবোৰ আৰু সঙ্গীত এই দুটা বস্তু আৰু প্ৰাণৰ সম্বেদ থাকিব লাগিব। আনজন বক্তা ডঃ সত্যেন্দ্ৰ নাৰায়ণ গোস্বামীয়ে শ্ৰীৰাজেন্দ্ৰ প্ৰতাপ কৰণৰ অসমীয়া ভাষা প্ৰীতি আৰু ৰোমাণ্টিক ধাৰাক প্ৰশংসা কৰে। ডঃ গোস্বামীয়ে কয় যে অসমীয়া সাহিত্যত ৰোমাণ্টিক ভাৱধাৰা চলি থকা উচিত। সভাপতি শ্ৰীচলিহাই তত্ত্বগধুৰ ছাপা ভাষণ পাঠ কৰে আৰু স্বৰচিত 'ব্ৰহ্মপুত্ৰ' কবিতা আবৃত্তি কৰে।

## মুকলি অধিবেশন

২৪ এপ্ৰিলৰ দিনৰ ১২-৩০ৰ পৰা সভাপতি শ্ৰীতীৰ্থনাথ শৰ্ম্মাৰ বাসভৱনৰ পৰা সভামণ্ডপ অভিমুখে সমদল যাত্ৰা কৰা হয়। মুখ্যমন্ত্ৰী শ্ৰীমহেন্দ্ৰ মোহন চৌধুৰী প্ৰমুখ্যে মন্ত্ৰীসকলেও সমদল যাত্ৰাত যোগ দিয়ে। ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱা, আনন্দৰাম ঢেকিয়াল

ফুকন, হেমচন্দ্ৰ বৰুৱা, আনন্দৰাম বৰুৱা, তৰুণৰাম ফুকন, জ্যোতি প্ৰসাদ আগৰৱালা, বিষ্ণু প্ৰসাদ ৰাভা, পদ্মনাথ গোহাঞিবৰুৱা, ৰঘুনাথ চৌধাৰী, গোপীনাথ বৰদলৈ, ফণী শৰ্ম্মা, এই বাৰজন বিশিষ্ট অসমীয়াৰ কাঠত অঙ্কিত পূৰ্ণপৰ্য্যায়ৰ ছবি চকা লগোৱা গাড়ীত সমদলৰ লগতে চলাই নিয়াত সমদলৰ গাম্ভীৰ্য্য বৃদ্ধি হয়। এইটো আছিল মাকুমৰ সমদলৰ বিশেষত্ব। ১বজাত বিৰাট সভামণ্ডপত অগণন জনতাৰে ভৰি পৰে। অভ্যৰ্থনা সমিতিৰ ফালৰ পৰা শ্ৰীগিৰিন্দ্ৰ কুমাৰ ৰাজখোৱাই সভাপতিক মাল্যদান কৰে। বিদায়ী উপ-সভাপতি শ্ৰীপৰাগ চলিহাই মঞ্চত আসন গ্ৰহণ কৰা বিশিষ্ট অতিথি-সকলৰ পৰিচয় প্ৰদান কৰে।

সভা উদ্বোধন কৰি মুখ্যমন্ত্ৰী শ্ৰীমহেন্দ্ৰ মোহন চৌধুৰীয়ে অসমৰ ঐক্য আৰু সংহতিৰ বাবে আহ্বান জনায়। অভ্যৰ্থনা সমিতিৰ সভাপতি শ্ৰীৰমেশ চন্দ্ৰ বৰুৱা আৰু কাৰ্য্যকৰী সভাপতি শ্ৰীত্ৰিবেণী প্ৰসাদ সিংহই দুটি ভাষণ পাঠ কৰি চাহ বাগিচাৰে পৰিবেষ্টিত উজনিৰ এই সৰু ঐতিহ্যপূৰ্ণ চহৰ মাকুমত বহা অসম সাহিত্য সভাৰ মুকলি অধিবেশনত গুৰুত্ব আৰোপ কৰে। সভাপতি শ্ৰীতীৰ্থ নাথ শৰ্ম্মাই সভাপতিৰ আসন গ্ৰহণ কৰে। সভাই বিখ্যাত ৰাজনীতিজ্ঞ আৰু সাহিত্যিক সংগঠক ডঃ কানাইলাল মাণিকলাল মুন্সী, অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী আৰু অসম সাহিত্য সভাৰ আজীৱন সভ্য বিমলা প্ৰসাদ চলিহা, নটসূৰ্য্য ফণী শৰ্ম্মা, নাট্যকাৰ, অভিনেতা সৰ্ব্বেশ্বৰ চক্ৰৱৰ্ত্তী, শিক্ষাবিদ, সাহিত্যিক ডঃ প্ৰসন্নচন্দ্ৰ গোস্বামী, সুসাহিত্যিক নিৰ্ম্মলেশ্বৰ শৰ্ম্মা, শিক্ষাবিদ গোবিন্দ চন্দ্ৰ শৰ্ম্মা আদি ৩০ জন বিশিষ্টলোকৰ মৃত্যুত শোক প্ৰকাশ কৰি নীৰৱ প্ৰাৰ্থনা জনায়।

সহকাৰী সম্পাদক শ্ৰীডিম্বেশ্বৰ শৰ্ম্মাই পদ্মশ্ৰীনলিনী বালা দেৱী, অসম আৰু নগাৰাজ্যৰ উচ্চতম ন্যায়ালয়ৰ মুখ্যন্যায়াধীশ শ্ৰীপাৰ্ব্বতী কুমাৰ গোস্বামী, কেন্দ্ৰীয় মন্ত্ৰী শ্ৰীফকৰুদ্দিন আলি আহমদ, অসম কৃষিবিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য ডঃ সত্যৰঞ্জন বৰুৱা, প্ৰবীণ সাহিত্যিক



শ্ৰীদীননাথ শৰ্ম্মা আদিৰ পৰা অহা শুভেচ্ছাবাণীসমূহ পাঠ কৰে।

প্ৰধান সম্পাদক শ্ৰীযতীন্দ্ৰনাথ গোস্বামীয়ে প্ৰতিবেদন পাঠ কৰে। তেখেতে কয় যে যোৱা বছৰটোত অসম সাহিত্য সভা পত্ৰিকা নিয়মীয়াকৈ প্ৰকাশ হৈছে। মফিজুদ্দিন আহমদ হাজৰিকা শতবাৰ্ষিকী আৰু দুৰ্গা প্ৰসাদ মজিন্দাৰ বৰুৱা দিৱস পালন কৰা হয়। বৰপেটা আৰু ধিং অধিবেশনৰ দুখন স্মৃতি-গ্ৰন্থ প্ৰকাশ কৰা হয়। বছৰটোত হৰিহৰ চৌধুৰী স্মৃতি পুঁজি, বনমালী শইকীয়া স্মৃতি পুঁজি, প্ৰেমধৰ দত্ত স্মৃতি পুঁজি, গোপালচন্দ্ৰ গোস্বামী স্মৃতি পুঁজিৰ পৰা পুৰস্কাৰ দিয়া হয়। তেখেতে কয় যে বছৰটোত ৪৫ হেজাৰ টকাৰ ঋণ পৰিশোধ কৰা হয়। গ্ৰন্থ বিক্ৰী বিষয়ত বিশেষ সফলতা লাভ কৰা হয়। ১০৬ জন আজীৱন সভ্য ভৰ্ত্তি কৰা আৰু ৪১ খন নতুন শাখা স্থাপন বছৰটোৰ বিশেষত্ব। তেখেতে পদ্মনাথ গোহাঞিবৰুৱা আৰু হেমচন্দ্ৰ গোস্বামী শতবাৰ্ষিকীৰ আঁচনিৰ কথা কয়।

সভাপতি শ্ৰীতীৰ্থনাথ শৰ্ম্মাই শাৰীৰিক অসুস্থতা সত্ত্বেও তেজস্বী ভঙ্গীৰে তেখেতৰ সুদীৰ্ঘ ভাষণ পাঠ কৰি সভাৰ গাম্ভীৰ্য্য বৃদ্ধি কৰে। সভাৰ শেহলৈকে শ্ৰোতামণ্ডলীৰে সভাগৃহ ভৰি থকাতো এই অধিবেশনৰ বিশেষত্ব।

২৫।৪।৭১ তাৰিখে পুৱাবেলা ৮-৩০ ৰ পৰা ১১-৩০ লৈ বহা আলোচনাচক্ৰত সভাপতিত্ব কৰি ডঃ প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্যই অসমীয়া লোক-সাহিত্যৰ ওপৰত এক সুদীৰ্ঘ তত্ত্বগধুৰ ভাষণ পাঠ কৰে। আলোচনাত অংশ গ্ৰহণ কৰি অধ্যাপক চৈয়দ আব্দুল মালিকে এটি হাস্যমধুৰ বক্তৃতাৰে অসমীয়া লোক সাহিত্যত থকা ৰসিকতাৰ মাজেদি লোকশিক্ষাৰ কথা আলোচনা কৰে। তেখেতে কয় যে এই লোকগীতবিলাকৰ মাজত জাতীয় প্ৰকৃত জীৱন লুকাই আছে। আনজন নিৰ্দ্দিষ্ট বক্তা অধ্যাপক শ্ৰীযোগেশ দাসে লোক-সাহিত্যৰ বিভিন্ন দিশ ফঁহিয়াই দেখুৱায়। তেখেতে শঙ্কৰীযুগ, আহোম যুগ

আৰু বৰ্ত্তমান যুগৰ অসমীয়া সংস্কৃতিৰ পাৰ্থক্য আৰু ঐক্যৰ কথা উদাহৰণ দি ব্যাখ্যা কৰে। অধ্যাপক শ্ৰীঅপূৰ্ব্ব বৰঠাকুৰীয়াই সাধুকথাত থকা লোক সংস্কৃতিৰ বিষয়ে কয়।

আবেলি ১ বজাৰ পৰা দ্বিতীয় দিনৰ মুকলি অধিবেশন শ্ৰীতীৰ্থনাথ শৰ্ম্মাৰ সভাপতিত্বত বহে। বিশিষ্ট অতিথি হিচাবে সভাত তিনিগৰাকী প্ৰাক্তন সভাপতি বৰ্ষীয়ান শ্ৰীনীলমণি ফুকন, বুৰঞ্জীবিদ শ্ৰীবেণুধৰ শৰ্ম্মা আৰু ধ্বনিকবি শ্ৰীবিনন্দচন্দ্ৰ বৰুৱাই ভাষণ দিয়ে। সমজুৱাৰ ফালৰ পৰা সভাত শ্ৰীজিতেন্দ্ৰ নাথ দাস, শ্ৰীলক্ষেশ্বৰ শৰ্ম্মা, শ্ৰীখনীন্দ্ৰ চন্দ্ৰ বৰুৱা, অধ্যক্ষ ৰায়হান চাহ, শ্ৰীশ্ৰীৰামচন্দ্ৰ দাস, শ্ৰীদুৰ্গা ৰেগন আদিয়ে ভাষণ দিয়ে। সভাত পূৰ্ব্বে উল্লেখ কৰা বিষয়ববীয়াসকলৰ বাহিৰেও কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ বাবে তলত নাম দিয়া ১২ টা নাম ঘোষণা কৰা হয়। ১। শ্ৰীহৰি প্ৰসাদ গোৰ্খাবায় — কহিমা, ২। শ্ৰীনাৰায়ণচন্দ্ৰ ঘাটোৱাৰ—চাবুৱা, ৩। শ্ৰীৰাম গোস্বামী—বৰহাপজান, ৪। শ্ৰীলীলা গগৈ—ডিব্ৰুগড়, ৫। শ্ৰীবীৰেন বৰ-কটকী—শিৱসাগৰ, ৬। শ্ৰীডিম্বেশ্বৰ শৰ্ম্মা—যোৰহাট, ৭। শ্ৰীকমলেশ্বৰ শইকীয়া—গোলাঘাট, ৮। শ্ৰীচন্দ্ৰকান্ত বৰকাকতী–ধিং,নগাঁও, ৯। শ্ৰীজীৱন সিংহ–দক্ষিণপাট, নগাওঁ, ১০। শ্ৰীচন্দ্ৰধৰ গোস্বামী–তেজপুৰ, ১১। শ্ৰীঅমল কুমাৰ দাস—ধুবুৰী, ১২। শ্ৰীলক্ষেশ্বৰ শৰ্ম্মা—শ্বিলং। কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ আন চাৰিটা নাম পাচত ঘোষণা কৰিবলৈ থোৱা হয়। সভাত শ্ৰীঅঞ্জলি বৰুৱা, শ্ৰীমতী জ্যোতি শইকীয়া আদিৰ গীত-মাত আৰু আৰম্ভনিৰ সমদল সংগীত বিশেষ আকৰ্ষণীয় হৈছিল।

সামৰণি মন্তব্যত সভাপতিয়ে ঐক্য আৰু সংহতিৰ বাবে সকলোলৈকে আহ্বান জনায়। অসমত স্থায়ীভাৱে বাস কৰা অনা-অসমীয়াসকললৈ তেখেতে অসমীয়া ভাষা-সংস্কৃতিৰ লগত এক হৈ মিলি যাবলৈ আহ্বান জনায়। অভ্যৰ্থনা সমিতিৰ হৈ শ্ৰীপৰমানন্দ গগৈয়ে আৰু প্ৰতিনিধিবৰ্গৰ হৈ শ্ৰীপ্ৰফুল্লচন্দ্ৰ দত্তই শলাগৰ শৰাই আগবঢ়ায়।



মুকলি সভাৰ দুয়োদিনা ৰাতি ৬—১২ বজালৈ বিপুল জনসমা-বেশৰ মাজত সাংস্কৃতিক সন্মিললন অনুষ্ঠিত হয়। সাংস্কৃতিক সন্মিলনৰ সভাপতিত্ব কৰি বিশিষ্ট শিল্পী শ্ৰীকমল নাৰায়ণ চৌধুৰীয়ে সংস্কৃতিৰ পটভূমিত অসমত বাস কৰা সকলো বাসিন্দাকে এক হৈ ঠিক হবলৈ আহ্বান জনায়। অসম সাহিত্য সভাৰ সাংস্কৃতিক সন্মিলনৰ দুগৰাকী প্ৰাক্তন সভাপতি শ্ৰীজীৱেশ্বৰ গোস্বামী আৰু শ্ৰীপ্ৰফুল্লচন্দ্ৰ বৰুৱাও সন্মিলনত উপস্থিত আছিল।

শ্ৰীসূৰ্য্যকান্ত ফুকনৰ সম্পাদনাত মাকুম অধিবেশনৰ অভ্যৰ্থনা সমিতিয়ে তিনি খণ্ডত বিভক্ত এখন উন্নত পৰ্য্যায়ৰ স্মৃতি-গ্ৰন্থ প্ৰকাশ কৰে। অধিবেশনৰ দিনকেইটিত অসমৰ বিভিন্ন কেন্দ্ৰত প্ৰবেশিকা পৰীক্ষা চলি থকা সত্ত্বেও আৰু মাকুম অসমৰ পূব প্ৰান্তত অৱস্থিত সৰহভাগ অনা-অসমীয়া বাসিন্দাৰ এখন সৰু চহৰ যদিও তিনিও দিনৰ প্ৰদৰ্শনীত, মূলসভাত আৰু সাংস্কৃতিক সন্মিলনত বিপুল জনসমাবেশ, চাৰিওফালৰ চাহ বাগিচাৰ বনুৱাসকলৰ যোগদান আৰু অনা-অসমীয়া স্থায়ী বাসিন্দাসকলৰ সহযোগে মাকুম অধিবেশন সৰ্ব্বতোপ্ৰকাৰে সাফল্যমণ্ডিত কৰি তুলিছিল।

---

## অষ্টাত্রিংশ মাকুম অধিবেশনৰ
## অভ্যৰ্থনা সমিতিৰ কৰ্ম্মকৰ্ত্তাসকল

মহেন্দ্ৰ মোহন চৌধুৰী, ৰমেশ চন্দ্ৰ বৰুৱা,
মুখ্য পৃষ্ঠপোষক সভাপতি
কামাখ্যা প্ৰসাদ ত্ৰিপাঠি ত্ৰিবেণী প্ৰসাদ সিং,
পৃষ্ঠপোষক কাৰ্য্যকৰী সভাপতি
বিশ্বদেৱ শৰ্ম্মা ,, পৰমানন্দ গগৈ, উপ-সভাপতি
প্ৰবীণ কুমাৰ চৌধুৰী ,, তুলসীৰাম মহন্ত ,,
যদুনাথ ভূঞা নগেন্দ্ৰ নাথ দাস ,,
প্ৰফুল্ল চন্দ্ৰ বৰুৱা উপদেষ্টা গিৰীন্দ্ৰ কুমাৰ ৰাজখোৱা,
সাধাৰণ সম্পাদক
লক্ষ্মী প্ৰসাদ দত্ত ,, বানোৱাৰী লাল চৌখানী,
কোষাধ্যক্ষ
ত্ৰৈলোক্য নাথ গোস্বামী, ,, বেণুধৰ নেওগ, সহ সম্পাদক
ৰাধাকিষণ খেমকা ,, নৰেন্দ্ৰ নাথ দত্ত ,, ,,
মহাদেৱ জালান ,, দুলাল বৰুৱা ,, ,, (কৃষ্টি)
সূৰ্য্যকান্ত ফুকন, সম্পাদক, স্মৃতি-গ্ৰন্থ দিলিৰাম কাৰ্কেচেত্ৰী
ৰবীন্দ্ৰ সিং ,, মণ্ডপ বিশ্বনাথ দাস
বিশ্বনাথ ৰায় ,, বিদ্যুৎ মহেশ্বৰ নেওগ
ডাঃ চামচুল আলম হাজৰীকা, সম্পাদক জন স্বাস্থ্য চিউকৰণ খৈতান
গিৰিশ বড়া, সম্পাদক, খাদ্য ধৰ্ম্মকান্ত গোহাঁই
প্ৰফুল্ল দত্ত ,, ; বিত্ত ৰাজ্যমল ডেকা
যামিনী বড়া, সহঃ সম্পাদিকা, বিত্ত বীৰেন বৰুৱা
ভগীৰাম বৰুৱা, সম্পাদক, স্বেচ্ছাসেৱক হৰিনাৰায়ণ তামুলী
জিতেন শৰ্ম্মা ,, প্ৰচাৰ আৰু জনসম্পৰ্ক ৰক্ষী মুলচান্দ কানৈ
নীলকান্ত ডেকা ,, সংস্থাপন আৰু শিবিৰ লালচান্দ আগৰৱলা
জিতেন বৰুৱা ,, মঞ্চ বনমালী শইকীয়া



খগেন কোঁচ সম্পাদক, কবি সন্মিলন সকৰাম নেওগ
অজিত বিশ্বাস ,, পানী যোগান টঙ্কেশ্বৰ বৰা
হৰেন বৰঠাকুৰ ,, তোৰণ তুলসী ফুকন
দীননাথ কোঁৱৰ ,, শোভাযাত্ৰা দুৰ্গেশ্বৰ বৰা
দেৱেশ্বৰ কাকতী ,, প্ৰদৰ্শনী পূৰ্ণ ভূঞা
প্ৰদীপ দুৱৰা ,, অনুসন্ধান বিশ্বনাথ সিং
ৰবিশঙ্কৰ সিং ,, পৰিবহন আৰু আসন শিৱপ্ৰসাদ সিং
নগেন্দ্ৰ নাথ ভাট্টচাৰ্য্য, জগদীশ সিং
সম্পাদক ব্যঙ্গ সাহিত্য সন্মিলন চৰ্দাৰ বীৰ সিং
মহেন্দ্ৰ বৰঠাকুৰ ,, বালেশ্বৰ প্ৰসাদ গুপ্তা
পোনাৰাম বৰগোহাঁই ,, আলোনাচক্ৰ কৃষ্ণপ্ৰসাদ বৰুৱা
দেবেন্দ্ৰ নাথ হাজৰিকা সভ্য দ্বিজেশ দেৱ শৰ্ম্মা
হৰেন্দ্ৰ কুমাৰ দাস হৰিপ্ৰসাদ নেওগ
সন্তোষ কুমাৰ চক্ৰৱৰ্ত্তী নগেন ডেকা
পদ্মকুমাৰী গোহাঁই লম্বেশ্বৰ চুতীয়া
লিলি সেনগুপ্তা লম্বিত চেতীয়া
মাখনী বৰুৱা মজিত মৰাণ
পুষ্পলতা তামুলী বিপিন হাজৰীকা
মাণিক দাস ৰাম গোস্বামী
মলিয়া তাতি সুৰেন বৰুৱা
উপেন সনাতন ৰঞ্জিত ডেকা
মেদিনী মোহন চৌধুৰী অজিত দাস
ক্ষীৰোদ কুমাৰ গোহাঁই গৌৰাঙ্গ কুণ্ডু
যোগেন ডেকা দেবেন বৰগোহাঁই
যজ্ঞেশ্বৰ ভূঞা তাৰা গগৈ
বদন পাঠক হৃদয়ানন্দ গগৈ
প্ৰেমচুক আগৰৱলা কৈলাশ চন্দ্ৰ বেজবৰুৱা

| | |
|---|---|
| বাঙ্গা শইকীয়া | দুৰ্গাদত্ত কেজৰিৱাল |
| থোলোক গোহাঁই | ৰুদ্ৰ গগৈ |
| তিলক হাজৰিকা | প্ৰণৱ কুমাৰ লাহিড়ী |
| এম, কে, মিৰি | কুল দত্ত |
| জগবন্ধু দাস | নৃপেন্দ্ৰ নাথ ভট্টাচাৰ্য্য |
| পূৰ্ণ মাহাতু | পূৰ্ণেন্দু চেতিয়া |
| ওম প্ৰকাশ বাগাৰিয়া | শৈলেন দাস |
| ৰামগোপাল লোহিয়া | চন্দ্ৰ হাজৰীকা |
| নন্দ কিশোৰ বাগাৰিয়া | বিনয় সোণোৱাল |

## অসম সাহিত্য সভাৰ প্ৰকাশন

| নাম | মূল্য |
|---|---|
| ১। বিংশ শতাব্দীৰ অসমীয়া সাহিত্য | ৮.০০ |
| ২। মফিজুদ্দিন আহমদ হাজৰিকাৰ ৰচনাৱলী | ৫.০০ |
| ৩। অৰুনোদইৰ ধলফাট | ২.৫০ |
| ৪। আনন্দৰাম ঢেঁকীয়ালফুকনৰ অসমীয়া ভাষা | ১.০০ |
| ৫। ৰজনীকান্ত বৰদলৈৰ ৰচনামালা | ৮.০০ |
| ৬। বেজবৰুৱাৰ প্ৰবন্ধ বাছনি | ৭.০০ |
| ৭। বেজবৰুৱাৰ ৰিলিজিয়ন অৱ লভ এণ্ড ডিভচন | ৩.০০ |
| ৮। বেজবৰুৱাৰ পত্ৰলেখা | ৭.০০ |
| ৯। বেজবৰুৱাৰ দিনলেখা | ৪.০০ |
| ১০। বেজবৰুৱাৰ চিত্ৰলেখা | ৬.০০ |
| ১১। বেজবৰুৱাৰ বাণী | .৫০ |
| ১২। প্ৰমথনাথ চক্ৰৱৰ্ত্তী | ১.০০ |
| ১৩। বিশ্বনাথ ৰাজবংশী | ১.০০ |
| ১৪। ৰঘুনাথ চৌধুৰী স্মৃতিগ্ৰন্থ | ৪.০০ |



| | |
|---|---|
| ১৫। নকুলচন্দ্ৰ ভূঞা স্মৃতিগ্ৰন্থ | ৪.০০ |
| ১৬। সাহিত্যৰথী বেজবৰুৱা | ৭.০০ |
| ১৭। আমাৰ লক্ষ্মীনাথ | ১.৫০ |
| ১৮। লক্ষ্মীনাথ বেজবৰুৱা ( হিন্দী ) | .৫০ |
| ১৯। লক্ষ্মীনাথ বেজবৰুৱা ( ইংৰাজী ) | .৫০ |
| ২০। লক্ষ্মীনাথ বেজবৰুৱা ( ইংৰাজী ) | .৫০ |
| ২১। বেজবৰুৱা প্ৰতিভা | ৫.০০ |
| ২২। চন্দ্ৰকুমাৰ আগৰৱালা প্ৰতিভা | ৬.০০ |
| ২৩। ঔপন্যাসিক ৰজনীকান্ত বৰদলৈ | ৫.০০ |
| ২৪। সীমান্তৰ সন্ভেদ | ৩.০০ |
| ২৫। দি আউটলুক অন নেফা | ৪.০০ |
| ২৬। আচামচ্ লেঙ্গুৱেজ কুৱেচন | ১.০০ |
| ২৭। অসমৰ জনজাতি | ১০.০০ |
| ২৮। চাহ বাগিচাৰ অসমীয়া | ৯.০০ |
| ২৯। বিশাখদত্তৰ মুদ্ৰা-ৰাক্ষস | ৩.০০ |
| ৩০। ৰাজশেখৰৰ কৰ্পূৰমঞ্জৰী | ৩.০০ |
| ৩১। বিশ্বনাথৰ সাহিত্য দৰ্পণ | ১২.০০ |
| ৩২। শূদ্ৰকৰ মৃচ্ছকটিকা | ৫.০০ |
| ৩৩। আচামিজ ফৰ অল ( স্বয়ং শিক্ষক ) | ২.০০ |
| ৩৪। আপ্‌কী অসমীয়া ( স্বয়ং শিক্ষক ) | ২.০০ |
| ৩৫। আনুটাঙ্গাৰী অসমীয়াক' স্কিয়ানী | ২.০০ |
| ৩৬। অসমীয়া লা-বৰো-লানে অসমীয়া হিকাইনৈকি ( স্বয়ং শিক্ষক ) | ২.০০ |
| ৩৭। নীলাচল পাঠ ( আও নগা ভাষা শিক্ষা ) | ১.০০ |
| ৩৮। অসমৰ জনজাতীয় সাধু | ৬.০০ |
| ৩৯। অসম সাহিত্য সভাৰ ভাষণাৱলী (তৃতীয় ভাগ) | ৭.০০ |
| ৪০। অসম সাহিত্য সভা বাৰ্ষিকী ২৯ শ সন্মিলন, গোৱালপাৰা | ৩.০০ |
| ৪১। অসম সাহিত্য সভাৰ বাৰ্ষিকী ৩০ শ সন্মিলন নাজিৰা | ৩.০০ |
| ৪২। অসম সাহিত্য সভা বাৰ্ষিকী ৩১ শ সন্মিলন ডিগবৈ | ৩.০০ |
| ৪৩। অসম সাহিত্য সভা বাৰ্ষিকী ৩২ শ নলবাৰী সন্মিলন | ৩.০০ |

## ॥ পোৱাৰ ঠাই ॥

(১) অসম সাহিত্য সভাৰ ঘাই কাৰ্য্যালয়,
চন্দ্ৰকান্ত সন্দিকৈ ভৱন,
যোৰহাট - ১

(২) অসম সাহিত্য সভাৰ
গুৱাহাটী কাৰ্য্যালয়
ভগৱতী প্ৰসাদ বৰুৱা ভৱন,
গুৱাহাটী-১